# ডালিমীৰ সপোন

কৈলাস শৰ্মা

॥❁॥ বাণী প্ৰকাশ ॥❁॥
পাঠশালা ● গুৱাহাটী ● কলিকতা


প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা
কামৰূপ

শাখা ঃ
পাণবজাৰ
গুৱাহাটী-১
১০ কৈলাস বোস ষ্ট্ৰীট্
কলিকতা-৬

বেটুপাত
দেৱব্ৰত মুখোপাধ্যায়



প্ৰথম প্ৰকাশ
ব'হাগ
১৮৯৪

বেচ ঃ পাঁচ টকা মাথোন



ছপা ঃ
পূৰ্বোদয় প্ৰেছ
১০ কৈলাস বোস ষ্ট্ৰীট্
কলিকতা-৬

শ্ৰীগিৰিপদ চৌধুৰী বন্ধুবৰেষু

## আগতীয়াকৈ এষাৰ

প্ৰায় এযুগৰো ওপৰ কাল বিদ্ৰোহী নগাসকলে স্বাধীন নগাৰাজ্য এখন গঠন কৰাৰ অভিপ্ৰায়ে নগা পাহাৰত সশস্ত্ৰ বিদ্ৰোহ চলাই আহিছে। প্ৰথম অৱস্থাত বিদ্ৰোহী দলৰ যি ধ্বংসাত্মক কাৰ্যই নগা পাহাৰত সন্ত্ৰাস, আতঙ্ক আৰু বিভীষিকাৰ সৃষ্টি কৰিছিল, জনসাধাৰণৰ মনৰ শান্তি অপহৃত কৰিছিল সেই কথা নতুনকৈ নাইবা বহলাই সদৰী কৰাৰ আৱশ্যক আছে বুলি নাভাবোঁ। ইতিমধ্যে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিবৰ্তন নগাপাহাৰত ভালেখিনি হ'ল,—প্ৰশাসনীয় সুব্যৱস্থাৰ উদ্দেশ্যে নগা পাহাৰ সংগঠিত কৰা হ'ল 'নগা হিল-টুৱেনচাং প্ৰশাসনীয় এলেকা'ৰূপে ; আৰু অৱশেষত আৰু অধিকতৰ উন্নতিৰ পথত নগা ৰাইজক আগবঢ়াই নিবলৈ জন্ম হ'ল 'নগা লেণ্ড'ৰ। সময় আগবঢ়াৰ লগে লগে পৰিবৰ্তনমুখী সামাজিক আৰু অৰ্থনৈতিক পটভূমিত অৰণ্যত আত্মগোপন কৰি পদে পদে বিপৰ্যয়ৰ সম্মুখীন হৈ, তিক্ততাৰ বিৰক্তিৰে মৰীচিকা খেদি ফুৰাৰপৰা মোহমুক্ত হৈ বিদ্ৰোহী দলৰ বিভিন্ন দায়িত্বত থকা অসংখ্য বিদ্ৰোহীয়ে আত্মসমৰ্পণ কৰি দায়িত্বপূৰ্ণ নাগৰিকৰ মৰ্যাদা লাভ কৰি শান্তিপূৰ্ণ জীৱন যাপন কৰিছেহি আৰু কৰিব ধৰিছে। যি কাৰণতেই নহওক, বিদ্ৰোহৰ চোক ক্ৰমে কমি আহিছে আৰু নগা ৰাইজে প্ৰায় আতঙ্কমুক্ত হৈ আগৰ সহজ জীৱন যাপন কৰিবলৈ সুচল পাইছে। এই কিতাপখনত সন্নিবিষ্ট ঘটনাসমূহ সংঘটিত হৈছিল সশস্ত্ৰ বিদ্ৰোহৰ আগভাগতে। এপিনে বিদ্ৰোহী নগা আৰু আনপিনে অসম পুলিচ বেটেলিয়ন, অসম ৰাইফলছ আৰু ভাৰতীয় সৈন্য বাহিনী। সেই সঙ্ঘৰ্ষ-সমূহৰে কেইটামানত কল্পনাৰ কিঞ্চিৎ ৰহণ চৰাই উপন্যাসখন লিখি

উলিওৱা হৈছে। ৰচনাৰ অভিনৱত্ব নাইবা কৃতকাৰ্যতাৰ দাবী আমাৰ নাই ; কিন্তু অসমীয়া সাহিত্যলৈ নতুন বিষয়বস্তু এটাৰে পুথি এখন আগবঢ়াব পৰাতেই আমাৰ আনন্দ।

উপন্যাসখন লিখাৰ বেলিকা অকৃত্ৰিম পৰামৰ্শ পাইছোঁ শ্ৰীগুৰুপদ চৌধুৰী, অধ্যাপক শ্ৰীশৈলেন্দ্ৰ প্ৰসাদ ভৰালী আৰু শ্ৰীঅমৰেন্দ্ৰ নাথ ফুকনৰপৰা। সিসকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। প্ৰকাশৰ দায়িত্ব লোৱা বাবে কৃতজ্ঞতা জনাইছোঁ অগ্ৰজপ্ৰতিম শ্ৰীঅম্বিকাপদ চৌধুৰীলৈ। শলাগ লৈছোঁ শ্ৰীসুবৰ্ণ কটকীৰ—পাণ্ডু-লিপিটো যুগুত কৰি দিয়াৰ বাবে।

ডিব্ৰুগড়
শ্ৰীপঞ্চমী
১-২-৭১

হে-ই বাব্-বু দুই আ-না পৈছা দিব্বি ?

সৌখিনিতে—। জমাদাৰে মূৰটো ওপৰলৈ অলপ তুলি ঠাই ডোখৰলৈ চাই কলে। সেই আদবলীয়া নগাটো! সি সদায় দুই আনা পইচা খুজি ফুৰে। কাৰো ঘৰলৈ নাযায়। যেনি তেনি নাযায়। কোনে পইচা দিলে সি মন নকৰে। নকৰে কোনে ধমকিয়ালে। এদিন তাক পইচা দিছিল কোনোবাই দুষ্টালি কৰি। হয়তো সিনো কি কৰে চাবলৈ। দুই আনা—আদমহীয়াটোৰ দৰে দেখিবলৈ দুপইচা এটা। পইচাটো সি ঘূৰাই দিলে। নহয়—সেইটো দুই আনা নহয়। পুলিচথানাৰ নামনিৰপৰা পেট্ৰল ডিপোলৈ বাট-ছোৱাত সি ঘূৰে। বজাৰৰপৰা যোৱা মানুহত সি হাত নাপাতে। আবেলি জুমে জুমে বজাৰ কৰিবলৈ মানুহ আহে। ফুৰিবলৈ মানুহ আহে। পি-ডব্লিউ, চান্‌মাৰী, চি-এছ অফিচৰপৰা। সি হাতখন আগবঢ়াই দি দুই আনা পইচা খোজে। পইচা নাই বুলিলে সি আৎচা বুলি কয়। কোনোবাই বিড়ি এডাল দিলেও আৎচা বোলে। আঁকৰা হাঁহি এটা মাৰে। আগৰপৰা আঁতৰি দিয়ে। সি নিজে বিড়ি জ্বলাব নাজানে। নোৱাৰে। এখন হাত কোঙা। বেকা হৈ থাকে। কথমপি লাখুটি এডাল ওলোটা পাকে ধৰে। আনখন হাত মেলি পইচা খোজে। বিড়ি দিয়া জনে কেতিয়াবা তাক মৰম কৰি জ্বলায়ো দিয়ে। সি সন্তোষৰ হাঁহি এটা মাৰি বিড়িডাল হোপে। হাতৰ লাঠীডাল আঠুদুটাৰ মাজতে থিয়কৈ লৈ সি বাটৰ মাজতে থিয় হয়। বিড়ি হোপে। বাটত সেই দৰে

থিয় দি থাকিলে কেতিয়াবা মটৰ-চতৰে খুন্দিয়ায় বুলি কোনোবাই দাঁতিলৈ পঠায়। আংচা বুলি সি যাব খোজে। লাঠীডাল পৰে। বুটলি লব ধৰোঁতে গাত মেৰাই লোৱা চাদৰৰ এটা আঁচল পিছলি ওলমি ৰয়। ইখন হাতো তাৰ কঁপে। মাটিৰপৰা বস্তু তোলোঁতে আৰু কঁপে। সময় লাগে। লাঠী আৰু কাপোৰ সামৰি সি আকৌ এবাৰ আংচা বুলি আঁতৰে। এবাৰ তাক কোনোবাই দুই আনা এটা দিছিল। সেইদিনা তাৰ বৰ আনন্দ। মুঠি মাৰি সি আদমহীয়াটো লৈ ফুৰে। দুখোজমান গৈ হাতত লৈ থকা পইচাটো জুপি জুপি চায়। আঁকৰা হাঁহিটো মাৰে। পইচা খোজোঁতে বহুদিন সি হাতত সেই দুঅনীয়াটো লৈ হাতখন মেলি দি দুই আনা পইচা খুজিছিল। ক্ষয় যোৱা অচল পইচাটো দেখি বাটৰুৱাই হাঁহিছিল। সিও আঁকৰা হাঁহিটো মাৰিছিল। দিনটো তাৰ পইচা খোজোঁতেই যায়। গধূলি বজাৰৰ দোকানৰ বাৰাণ্ডাত পৰি থাকে। দোকান খোলা থাকিলেও সি ভিতৰলৈ নোসোমায়। কাৰো ঘৰলৈকো নাযায়। গধূলিতে সি দোকানৰ বাৰাণ্ডাত বহে। ৰাতিটো পাৰ হলে সি ওলায়। ৰুবী দোকানৰ বাৰাণ্ডাতে সাধাৰণতে সি ৰাতিবোৰ পাৰ কৰে। কালিও—

সেই ৰঙচুৱা দাগটো দেখিছে? জমাদাৰে মোলৈ নোচোৱাকৈয়ে সুধিলে। মই মূৰ দুপিয়ালোঁ। হিল বিউটি হোটেলৰ সম্মুখত এচেৰেঙা তেজ। কৰাল মাৰি আছে। ক'লা বাটটোৰ ওপৰতে। ইপাৰে ৰুবী ব্ৰাদাৰ্ছৰ দোকান। সি কিবা ভাবি বাটটো পাৰ হব খুজিছিল। সেই দুৰ্যোগৰ মাজত বোধহয় হোটেলৰ দাতিয়েদি নামি যোৱা গলিটোৱেদি নিৰাপদ ঠাই বিচাৰি যাব খুজিছিল; নোৱাৰিলে।

নোৱাৰে?

নোৱাৰে—নোৱাৰে!



বহুতে কৈছিল পাৰিব। বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰিবই। আন এদলে কৈছিল অসম্ভৱ। কোহিমা আক্ৰমণ কৰাৰ সাহ আৰু সম্বল দুয়োটাৰে অভাৱ বিদ্ৰোহী দলৰ। হয়তো প্ৰামাণ্য সম্বল কাৰো হাততে নাই। ভৰা কথাহে। অনুমান। বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰাৰ বহুতো তাৰিখ পাৰ হৈ গৈছে। সেই যে খৰালি ফাগুন-চ'তমহীয়া নিশাৰ এন্ধাৰত তামবৰণীয়া জুইবোৰ জ্বলে—কেতিয়াবা ধন গুলৈৰ দৰে কেবাকুৰা জুই জিলিকি জিলিকি লুমাই যায়—পানী খেতি কৰিবলৈ নগা খেতিয়কে মাটি উলিয়ায়, তেতিয়াৰেপৰা বিদ্ৰোহীদলে বাৰিষা আক্ৰমণ—কোহিমা আক্ৰমণ কৰিব বুলি উৰাবাতৰি ওলাইছে। চ'ত মাহৰ টকলা পাহাৰ ব'হাগৰ বৰষুণে তিয়ায়। পোৰা মাটিত সেউজীয়া ঘাঁহ গজে। বন গজে। নাচনি নিজৰা নিজৰি নিজৰি অহাৰ সুৰে সন্ধিয়াৰ ম্লান অন্ধকাৰ চঞ্চল কৰি তোলে। ৰাতিৰ ডাৱৰবোৰ সৰি সৰি পৰে। ক'ৰবাত ফুল ফুলে। হাবিৰ মাজত। ক'ৰবাত চৰায়ে কিৰিলিয়ায় গহীন অৰণ্যত। ফুলৰ সৌৰভ আৰু চৰাইৰ সুহুৰি মিঠা মিঠা আমেজেৰে উৰি আহে পাতল বতাহ একোছাটিৰ বোকেচাত। সৰল গছৰ সেউজ আৰু ডাৱৰৰ শুকুলা ৰঙে সখি পাতে। সৰলৰ মৰমত ডাৱৰ বন্দী হয়। ডাৱৰৰ মৰমত কঠুৱা পাহাৰৰ মাটিৰ মন কোমলে। সেউজ সেউজ সেউজীয়া নগা পাহাৰৰ পৰ্বত কন্দৰ। বগা বগা ডাৱৰৰ মেলা। চেঙেলীয়া ডেকাৰ চঞ্চলতা ভৰা বতাহ। নিজৰা গাভৰু হয়। পাহাৰৰ শিখৰৰপৰা নিগৰি নিগৰি ওলাই আহে তাইৰ যৌৱন। অকণি নিজৰাজনীৰ গাত বল বাঢ়ে। আগবাঢ়ি যোৱাৰ গীতত চঞ্চলতা বাঢ়ে। আৰু উদ্দামসনা তাইৰ গীতে প্ৰতিধ্বনি তোলে পাহাৰত। দিগন্তত। বাৰিষা—বাৰিষা—

ক'তা? ক'তা?

আজি হব পাৰে।

দিনবোৰ—তথাকথিত নিৰ্দিষ্ট দিনবোৰ পাৰ হৈ যায়। নগাই আক্ৰমণ কৰা নাই। কোহিমাত থকা কোনেও আক্ৰমণকাৰীৰ বন্দুক ৰাইফলৰ গুলীৰ শব্দ শুনা নাই। সাৱধানে—উজাগৰে ৰাতি কেবাটাও পাৰ কৰা হৈছে, কিন্তু আক্ৰমণ যে নহ'ল ?

হয়তো নহব। কোনে কব সঠিক বতৰা ! এইবোৰ আনুমানিক কথাহে। পুলিচৰ নহয়। চি আই ডিৰ নহয়—চিভিলৰ। গতিকে তৰ্ক-বিতৰ্ক কৰিবলৈ সৃষ্টি কৰা এটা বিষয়। নাইবা, গৰম খবৰ এটাৰে সন্ত্ৰাসৰ সৃষ্টি কৰি পোৱা আমোদ। নহলেনো কি ? উৰা বাতৰিহে। কোনে কৈছে কোনেও নাজানে। ইকাণ সিকাণকৈ বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰাৰ সম্ভাৱনাময় তাৰিখবোৰ বিয়পি যায়। পোনতে ভয় আৰু আশঙ্কাৰে কৰা আলোচনা যে এতিয়া ৰগৰৰ বিষয়ত পৰিলগৈ ! সব মিছা কথা !

ইজ্ ইট্ ?

ইয়াঃ, টু নাইট্ !

তথাপি সেইদিনা আবেলিও বাহিৰলৈ মানুহ ওলাইছে। বজাৰলৈ আহিছে। ডাছ কোম্পানীত দামী মদৰ বটল কিনি নিৰ্বিকাৰ মনে কোনোবা ঠিকাদাৰ চিগাৰেট হুপি হুপি ওলাই গৈছে। দোকানৰ বাৰাণ্ডাত বাতৰি কাকতত কোনোবাই চকু ফুৰাইছে। গধূলি অকমানি কোহিমাখনিত ফুৰিবলৈ ঘুৰিবলৈ ঠাই নাই। আমোদ-আহ্লাদ কৰিবলৈ সুবিধা নাই। তথাপি—তথাপি কোহিমাই টানি আনে। আবেলি গধূলি কোনো ভিতৰত থাকিব নোখোজে—ফুৰা বাটটোতে ঘুৰিছে। চিনাকি মানুহ কেইজনকে দেখিছে—মাতিছে। সাহিত্যসভা ক্লাবত কাৰেণ্ট চেটৰ ৰেডিঅ'ই চি-চিয়ায়। তাৰ মাজেদি অস্পষ্ট শব্দৰ গীতৰ দুই এটা শব্দ। ব্ৰিজৰ আড্ডাত তৰ্ক-বিতৰ্ক। মেজত হাতৰ চাপৰ পৰাৰ শব্দ। এটা সাময়িক উত্তেজনা। কেৰমৰ ব'ৰ্ডত ষ্ট্ৰাইকাৰৰ খট্ খট্ খিট্ খিট্ শব্দ। গধূলিৰ এন্ধাৰ ৰাতিত



পৰিণত হয়। সুৰাৰ সোৱাদ আৰু ৰূপহীৰ সান্নিধ্য বিচাৰি নগাবজাৰৰ গলি পথলৈ কোনোবাই বাট সলায়। দিদিৰ দোকানত খিলি পাণ এখন খাবলৈ বেটেলিয়ন আৰু অসম ৰাইফল্‌ছৰ জোৱানে ভিৰ জমায়। এনেয়ে দুষাৰ চুপতি মাৰে। আৰু থোড়া চুফাৰি বিচাৰি আগ্ৰহেৰে হাত পাতে। জানোচা দিদিৰ বগী ঢকে ঢকী হাতৰ আঙুলি এটাই হলেও গ্ৰাহকৰ হাতখন চোৱেই ! খিলি এখন চোবাই দিদিয়ে পাণ বনায়। অলপো ব্যস্ততা নাই—গধূলি হৈ আহিছে পলম হলে গ্ৰাহক বিৰক্ত হব—তেনে কোনো আশঙ্কা দিদিৰ মনত নাই। লৰালৰি নকৰিলেও হব—গ্ৰাহকসকলে ভাবে। মেন্থল লাইটৰ পোহৰ কমা যেন দেখি কোনোবা জোৱানে উপযাচি পম্ কৰি দিব নেকি সোধে। কামৰ ব্যস্ততাত গৰম লগাত স্কাৰ্ফখন কিলাকুটিৰে ঠেলি গাৰপৰা দিদিয়ে বগৰাই দিয়ে। সেউজীয়া নাইলনৰ বুকুত জিলিকি থকা সোণালী তৰাবোৰে দিদিৰ গাত তিৰবিৰণি তোলে। পৰিবেশেৰে খাপ খুৱাই কোনোবা জোৱানে 'তিৰ্‌ছা নজ্‌ৰা' বিধৰ গীত এটি গুণ্‌গুণায়। খুচৰা পইচা কেইটা হাত পাতি লৈ থেংক ইউ দিদি বুলি কোনোবাই ৰগৰ তোলে। হাঁহিৰ খলকনি উঠে।

আজি ?

খুব সম্ভৱ ! বতৰ নেদেখিছা ? বৰষুণ আহেহে লাগে। বাৰিষা-টোৱেই সিহঁতৰ বাবে ফেয়াৰ চিজ্‌ন্ !

ন'-ন'-ন' ! খ্ৰিলি আইডিয়া চুবেদাৰ চাব্।

লেকিন চাব, এট মাইল পোষ্ট—

ইয়ে পুৰাণা ৰিপ'ৰ্ট—

সম্ভাব্য আক্ৰমণৰ বতৰা জিলা প্ৰশাসনে উৰুৱাই দিয়ে। ভ্ৰান্ত ধাৰণা। অথেন্টিচিটি একো নাই। পুলিচ চাহাব টিঙিৰি তুলা জ্বলা দিয়ে। মিছা—মিছা—অসম্ভৱ কথা কিছুমান উলিয়াই জনসাধাৰণৰ

মনত—মৰেল দুৰ্বল কৰাৰ ইও এটা অভিসন্ধি সিহঁতৰ হব পাৰে। বিভিন্ন ঠাইৰপৰা চি-আই-ডিৰ ৰিপ'ৰ্ট আহি আছে। দুই এটা আউট প'ষ্টত থাং থুং দুই এজঁাই বন্দুক ফুটিব পাৰে, লেকিন কাহাঁতক? কিমান ষ্ট্ৰেংথ সিহঁতৰ? এমুনিশ্বন? সকুৰ মুখত বৰ কথা আৰু কাক বোলে। গছত গৰু উঠা কথাবোৰ শুনিলে মেজাজ গৰম হৈ উঠে! দূৰৰ ক'ৰবাত ট্ৰিফ্‌লিং ইন্সিদেন্ট কিবা এটা হলেই নিজৰ ঘৰৰ মজিয়াত হোৱা যেন দেখিব লাগে নে? ষ্ট্ৰেঞ্জ! একেবাৰে ভয়ত ভগৰন্ত পলোৱা অৱস্থা! কেনি ওলাব? সিহঁতে কোহিমা আক্ৰমণ কৰিবলৈ সোমাবহি কেনি? চিকিউৰিটি মেজাৰ টাইট! জনসাধাৰণৰ নিৰাপত্তাৰ ব্যৱস্থা সুন্দৰ! দেন? আচ্‌মানছে আবিৰ্ভাৱ হোগা—বাই মেজিকেল মিন্স্? আৰু মনত নাই—সন্ধিয়া পাঁচ বজাৰেপৰা পুৱা পাঁচ বজালৈ বাহিৰত কোনো ওলাই সোমাই ঘূৰিব নোৱাৰে? নাইট পেট্ৰলিঙৰ গাড়ী বাটে বাটে দৌৰি ফুৰিছে শুনা নাই? আকৌ শুনাব আহিছে—আজি বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰাৰ পচিবিলিটি আছে!

আগে আগে যোৱা জীপখন ৰ'ল। পিছৰ দুখন ৰখাবলৈ ড্ৰাইভাৰে চিগনেল দিলে। নগা পাহাৰলৈ মৌচুমী নামিছেই। মাজে মাজে দুই এজাক বৰষুণ দিয়ে। নহলে সমানে ৰ'দ আৰু বতাহ। গৰমতকৈ ঠাণ্ডা কম। সিদিনাও এজাক টান বৰষুণে দুপৰীয়া নগা-পাহাৰৰ হাবি-বননি ধুই দিছে। কোহিমাৰপৰা নাইন বিহাৰ ৰেজিমেন্টৰ জীপ তিনিখন ৰখালৈ বুলি আগ বাঢ়িছিল। অপাৰেশ্বন ডিউটি। জোৱানৰ প্লেটুন এটা, মেডিকেল অফিচাৰ আৰু অপাৰেশ্বন ইনচাৰ্জ নিজে। বিহাৰ মিলিটেৰী পুলিচ আৰু নাইন বিহাৰ ৰেজিমেণ্ট নগাপাহাৰ অপাৰেশ্বনত ডিউটিত পষ্টিং হৈছে। সৰু দল দুটা। জীপ কেইখন আগবাঢ়িছিল। পাহাৰৰ মাজে মাজে নীৰৱ নিজান পৰিবেশত নতুন আৰু আচহুৱা ঠাইত হয়তো পেটে পেটে



প্ৰত্যেকজনৰ মনতে বিপদৰ আশঙ্কা জাগি উঠিছিল। সাৱধানেই গৈছিল। কিন্তু কিহৰ ইমান ভয় কৰিবলগীয়া কথাটো? গুলী? গুলী কৰিম বুলি সিহঁত দিনে নিশাই খাপ পাতি একে ঠাইতে বহি আছে নেকি? ক'তা যোৱা পোন্ধৰ দিনে কোহিমাত এটা গুলীৰ শব্দ শুনা নাই! খবৰটো পোৱা নাই যে অমুকত গুলীয়াগুলী হৈছে? ফাল্টু বাত—কাহা হ্যায় হষ্টাইল নাগা?

শ্বকিং নিউচ্, চাৰ! অপাৰেশ্বন ইনচাৰ্জ চেকেণ্ড লেফ্‌টেনেন্ট মুথায়াই প্ৰায়ৰিটি ট্ৰাঙ্ক টেলিফোন কল বুক্ কৰি ৰিপ'ৰ্টটো দিলে ৰেজিমেন্টৰ চি-অ'—কমাণ্ডিং অফিচাৰক। চিকা মাৰি হাত গোন্ধোৱাবলৈ বৰকৰ্তা আহিব নোখোজে সন্থহতে। সেয়ে জৰুৰী বা গুৰুত্বপূৰ্ণ খবৰ থাকিলে ট্ৰাঙ্ককল কৰি জনোৱাৰ নিৰ্দেশ দি তেওঁ শ্বিলঙত আছেগৈ - অ'ল্ড বয়জবোৰেৰেও সাক্ষাৎ হব আৰু ৰিয়েল চিটুয়েশ্বন-টোও তাতে বুজিব পাৰিব।

চেকেণ্ড লেফটেনেণ্ট—প্ৰথমৰ শব্দটো বাদ দি লেফটেনেণ্ট বুলিয়ে সাধাৰণতে কোৱা হয় আৰ্মিৰ কমিচণ্ড ৰেঙ্কৰ প্ৰথমজন বিষয়াক। মুথায়াই পাচিং আউট পেৰেডত পিন্ধা ইউনিফৰ্মৰ ইস্ত্ৰি তেতিয়াও ভগা নাই। সজীৱ হৈ আছে প্ৰতিৰক্ষা একাডেমীৰ আনন্দমুখৰ দিনবোৰৰ কথা। কেন্টিনত বাৰে বৰণীয়া গান শুনি শুনি কফিৰ টেবুলত আজৰি সময়ত আড্ডা মৰাৰ কথা। বহুত—বহুত স্মৃতি প্ৰশিক্ষাৰ্থী কালৰ। প্ৰশিক্ষণৰ ওৰ পৰিল। প'ষ্টিং হ'ল নাইন বিহাৰ ৰেজিমেন্টত। নবাগত বিষয়া—চেকেণ্ড লেফটেনেণ্ট জি. এছ. মুথায়া। দিনচেৰেক পিছতে অপাৰেশ্বন নগা হিল্‌ছ—। নগাপাহাৰৰ বিদ্ৰোহ—নহয় নগা অশান্তি দমন কৰিবলৈ অপাৰেশ্বন ডিউটিৰ ইনচাৰ্জ হৈ আহি পালে কোহিমা। দুটা প্লেটুন জোৱান। মেডিকেল ইউনিট এটা। তাতোকৈ বৰ বিষয়া অহাৰ প্ৰয়োজন আছে বুলি আৰ্মি অথৰিটিয়ে নাভাবে।

তিনিখন জীপ গৈ আছিল। ৱখালৈ। প্ৰথমখনত ড্ৰাইভাৰৰ সৈতে আগত আৰ্মি মেডিকেল ক'ৰৰ কেপ্তেইন ডাক্তৰ মেহতা। পিছত বহি গৈছে তিনিজন জোৱান। মাজৰখনত জমাদাৰ আৰু চাৰিজন জোৱান। তৃতীয়খনত লেফটেনেণ্ট মুথায়া আৰু চাৰিজন জোৱান। ৰাইফল, লাইট মেচিনগান, ৰিভলভাৰ আৰু টমিগানেৰে সজ্জিত। কেপ্তেইন মেহতাৰ চকুত দূৰবীণ। পাহাৰী সৌন্দৰ্য উপভোগ কৰি কৰি হয়তো বিদ্ৰোহ বা অশান্তি এনে ঠাইত হব পাৰে বুলি ভবা নাছিল। লাহে লাহে আগবাঢ়িছে জীপ। কিন্তু হঠাতে আগৰ জীপখন বৈ গ'ল। কেঁকুৰিটো ঘূৰিয়েই। ড্ৰাইভাৰে ইঙ্গিত দিলে পাছৰ কেইখনক।

হোৱাই ?

চাৰ, ডি ৰ'দ ৱজ্ ব্লকড্ বাই বিগ ষ্টʼনছ্।

চেমিনিউ— নগাপাহাৰৰ উত্তৰ-পূব অঞ্চলৰ কোহিমাৰে সৈতে থকা সংযোগ পথটো ৰুদ্ধ। বৰ বৰ পাথৰে কেঁকুৰিটোৰ সিপাৰতে বাটটো শেষ কৰি থৈছে।

ফায়াৰিং ? ন' চাৰ, বাট আন এক্সপেক্টেড্ এপিয়াৰেন্স অব দি হষ্টাইল নাগাজ বিফুল্ড দি পাৰ্টি। টু জোৱান্‌ছ্···

ডিউটি ইজ ডিউটি। দুজন জোৱান নামি গ'ল বাটৰ জেঙা গুচাবলৈ। বাট মুকলি নহ'ল। বন্ধ হ'ল বেছিকৈহে। পাহাৰৰ আঁৰৰপৰা অহা দুটা বুলেটে দুয়োজন জোৱানকে শিলত হাত দিয়াৰ লগে লগে ধৰাশায়ী কৰিলে। মুখ থেকেচা খাই শিলৰ ওপৰত পৰা দুজন জোৱানে বাটটো বেছিকৈ ব্লক কৰিলে।

নাই। সিহঁতলৈ গুলী কৰিব নোৱাৰিলোঁ। সিহঁত পাহাৰৰ ওপৰত।

গছ-বনৰ আঁৰ লৈ ওপৰৰপৰা আক্ৰমণ কৰিলে আমাক। আমি আলিবাটত। জীপৰ ওপৰত। সিহঁতকৈ, চে, ৱান হাণ্ড্ৰেড



ফিট্ বিল' চাৰ। ইয়েচ···উই ওৱেৰ এবাউট টু টেক পজিশ্যন।··· চেজিং ?···হোৱাট হেপ্‌ন্ ইম্মিডিয়েট্‌লি, দে ফায়াৰ—চাৰ—

অকস্মাতে সিহঁতৰ···ইয়েচ চাৰ, আই মিন অব দি হষ্টাইল নাগাজ এটা সশস্ত্ৰ দল অতৰ্কিতে পাহাৰৰ মাজৰপৰা ওলাই আহি··· চাৰ, দে হেড্ ৰাইফল এণ্ড চ' ফাৰ আই ৰিমেম্বাৰ এল-এম-জি— লাইট্ মেচিন গান ৱজ্ উইথ দেম·· জীপ দুখন বেঢ়ি ধৰিলে। আমাৰখন প্ৰায় পোন্ধৰ ফুট পিছত। প্ৰবেব্‌লি মন কৰা নাই বা আমাৰখন পিছত ধৰিব বুলি ভাবিছিল। সিহঁতৰ ? পাঁচজন দেখিছিলোঁ চাৰ। পলকতে সিহঁতৰ এজনে কেপ্তেইন মেহতাৰ বুকুত আৰু পেটত বেয়নেট বহুৱাই দিলে। ফেইণ্ট—ইয়েচ চাৰ এটা কৰুণ অথচ অস্পষ্ট চিঞৰ মাৰিছিল মেহতাই। দেন চাৰ—জমাদাৰকো বেয়নেটেৰে খুচী সিহঁতে হত্যা কৰিলে। জীপ দুখনত পেট্ৰল ঢালি জুই জ্বলাই দি কুৰুঙলৈ বগৰাই দিলে। ডেড্ বডি ? ন'। সিহঁতে আমাৰ ডেড্ বডিৰপৰা ইউনিফৰ্ম আৰু অস্ত্ৰ-শস্ত্ৰবোৰ হাত কৰি জুইলৈ লঠিয়াই লঠিয়াই বগৰাই দিলে। বাই দি টাইম চাৰ, মুথায়াৰ জীপখন ড্ৰাইভাৰে ঘূৰাই তীব্ৰগতিৰে কোহিমালৈ লৈ আহিল।

টু চেমিনিউ—চ্ চেমিনিউ—এ প্লেছ টুৱেণ্টি চেভেন মাইল্‌ছ অফ্ ফ্ৰম কোহিমা চাৰ! আমি যথেষ্ট কেয়াৰফুল আছিলোঁ। লেকিন ফ্ৰম আউট চাইদ এইছা কুছ চমঝ্‌মে নাই আয়া। ৰাস্তা বহুছা জীগ্‌জাগ। কাফি খট্‌ৰ্‌নাক হ্যাঁয়।···ন' চাৰ মালুম নেই থা···। ফৰ দি ফাষ্ট টাইম সন্মুখীন হলোঁ ফায়াৰিঙেৰে, চাৰ। মুথায়াই উত্তেজিতভাৱে টেলিফ'নটো থৈ চাৰ্কিট হাৰ্ডচৰ ইজি চেয়াৰখনতে লাংখাই পৰিল। অৱশভাৱে।

ফায়াৰিং ?

ইয়েচ চাৰ। কোহিমা টাউনত। ফ্ৰম অল চাইড্‌ছ্ চাৰ। সময়···নাউ ফিফ্‌টিন মিনিট্‌চ—জাষ্ট এট্ চেভেন চাৰ।

সাজ লাগি ভাগিছে তেতিয়া। গোমোঠা সন্ধিয়াৰ কোহিমা। পৰহিয়ে বু-বু বা-বা এটা ওলাইছিল। বিদ্ৰোহী দলে কোহিমা আক্ৰমণ কৰাৰ। পেটে পেটে ভয় লাগিলেও সকলোৱে নিৰ্বিকাৰ মনে মাথোন শুনিছিল। মিছা কথা বুলি কোনোবাই তৰ্ক কৰিছিল। এইবাৰৰ বাতৰিটো কিছু নতুন ধৰণৰ আছিল। ইমান দিনে চেগা-চোৰোগাকৈ শুনা গৈছিল যে ফিজোৱে হেনো নেহৰুলৈ নগা পাহাৰৰ স্বাধীনতাৰ দাবীত নানান যুক্তি দেখুৱাই চিঠি দিছে। স্বাধীনতাৰ ধ্বনিত সাৰ পাই উঠা পৰাধীন দেশবাসীৰ মৰ্ম বেদনা নেহৰুৱে কিদৰে বৰ্ণনা কৰিছে তাৰে উদ্ধৃতি দিছে হেনো সেই চিঠিত। ৰাজ্য পুনৰ্গঠন আয়োগৰ সদস্যসকললৈ স্বকীয়া নগাৰাজ্য দাবীৰ হকে দিয়া প্ৰতিবেদন সহানুভূতিৰে বিবেচনা কৰিবলৈ ব্যক্তিগত চিঠিৰে জনাইছে। এসময়ত আজাদ হিন্দ ফৌজত নেতাজী সুভাষ বসুৰ নেতৃত্বত ভাৰতৰ স্বাধীনতাৰ হকে মৰণ পণ কৰা আঙ্গামী জাপু ফিজো ৰণৰপৰা উভতি আহি সম্পূৰ্ণ মিলিটেৰী শৃঙ্খলাৰে জীৱন যাপন কৰি নগাপাহাৰৰ ৰাইজৰ মাজত শ্ৰদ্ধাৰ পাত্ৰ হৈ অৱশেষত নগাপাহাৰৰ সাৰ্বভৌম স্বাধীনতাৰ দাবী তুলিবলৈ নগা নেশ্যনেল কাউন্সিল সংগঠন কৰি এচাম নগাক কাউন্সিলৰ সমৰ্থক স্বৰূপে গঢ়ি তুলি সন্ত্ৰাসৰ সৃষ্টি কৰা ফিজো অৱশেষত নিৰুদ্দেশ হৈছিল—আত্মগোপনকাৰী নগা-নেতা জাপু ফিজোৱে গোপন বাসস্থানসমূহৰপৰা স্বাধীনতাৰ সংগ্ৰাম চলাই বিভ্ৰান্ত কৰি তুলিলে নগা পাহাৰৰ জনসাধাৰণক, চঞ্চল কৰি তুলিলে শান্তিপ্ৰিয় নগাপাহাৰৰ মধুৰ পৰিবেশ। আয়োগৰ আগত সাক্ষ্যদান কৰি পুনৰ নাটকীয়ভাৱে সাংবাদিক, অজস্ৰ জনসমাবেশ সকলোকে অবাক কৰি জাপু ফিজো অন্তৰ্ধান হ'ল। কোনোৱে তৰ্কিব নোৱাৰিলে। আত্ম প্ৰকাশ কৰিবলৈ দিয়া সময়খিনিত গ্ৰেপ্তাৰ কৰা নহব বুলি কৰা ঘোষণা চৰকাৰে অটুট ৰাখিছিল আৰু অসাৱধান হোৱা নাছিল ফিজো। নিৰ্দিষ্ট সময়ৰ ভালেখিনি আগতে ফিজো



পুনৰ হেৰাই গৈছিল ৰহস্যময়ভাৱে। পৰহি খবৰ ওলাইছিল—নেশ্যনেল কাউন্সিলৰ প্ৰেচিডেণ্ট ফিজো আৰু জেনেৰেল কাইটো চেমাই সম্মিলিতভাৱে কোহিমা আক্ৰমণ কৰিবই।

কোনে ৰিপ'ৰ্ট দিছে ?

চুবেদাৰ চাট্শ্ব'ই! মধুৰ নিচাতে বুঢ়াই কলে আৰু!

ডি. চি আৰু এছ. পিক কৈছে যে ?

নেহৰুকো কব পাৰে। আক্ৰমণ কৰাৰ কথা আছিল—নকৰিলে, বচ্!

অসম ৰেজিমেণ্টৰ চুবেদাৰ কামত থাকি পেন্সন পোৱা চুবেদাৰ চাট্শ্ব' আঙ্গামীয়ে চৰকাৰক সন্তৰ্পণৰ গোপন বাতৰি ভিতৰুৱাল অঞ্চলৰপৰা সংগ্ৰহ কৰি আনি দিয়ে। কেতিয়াবা তেওঁ ফোন কৰে সম্ভাব্য আক্ৰমণৰ কথা জনাই—অমুক তাৰিকে—

পিছে তেনেকুৱা তাৰিক পাৰ হৈ গৈছে। কালি ৰাতিও বহুতেই সাৱধানে আছিল। ৰৰষুণৰ শব্দ শুনি শুনি সাৰে থকা, সাৱধানে থকা সকলোৱেই হয়তো টোপনি গৈ সাৰ পাই পুনৰ কথা পাতিছিল, কিন্তু একোযে নহ'ল ?

কিন্তু বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰিলে। সিহঁতৰ প্ৰচণ্ড আক্ৰমণত কোহিমাৰ গধূলি মুখৰিত হৈ উঠিল। গুলী, মাথোন গুলী। ক'তো কাৰো মাতষাৰ নাই। ক'তো পোহৰ নাই। কোনো বিছনাত বা চকীত বহি থকা নাই। জোৱানসকল ট্ৰেন্সত। নগৰ-বাসী বিছনাৰ তলত নাইবা অনুকুল বুলি ভবা ঠাইত।

নাই, হতাহতৰ বাতৰি এতিয়াও পোৱা নাই চাৰ। চিকিউৰিটি টাইট কৰাই আছে। ···পাৰডন চাৰ ? ···ইয়েচ, আই থিঙ্ক ইট্‌ছ এ টেম্পৰেল এফেয়াৰ! ···চিঅ'ৰ চাৰ, পাব্লিক মৰেল যাতে ভাগি নপৰে তাৰ বাবে আমি সাৱধান হম। ···শ্বিলং ক্লাব ? ···আইল্ ৰিপ'ৰ্ট ইউ দিয়াৰ দি লেটেষ্ট চিটুয়েশ্যন চাৰ!

বিহাৰ ৰেজিমেণ্টৰ অন ডিউটিয়ে চেমিনিউলৈ যোৱাৰ পথত সম্মুখীন হৈ অহা দুৰ্যোগৰ বাতৰি শ্বিলঙলৈ দিয়াৰ দেড়কুৰি দিন পিছৰ এদিন গধূলি সাত বাজি পোন্ধৰ মিনিটত উপায়ুক্তই মুখ্য সচিবলৈ ইমিডিয়েট ট্ৰাঙ্ক কলত বাতৰি দিলে—বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰিছে চতুৰ্দিশৰপৰা।

হেল্‌ল'···কোন? বিজাৰ্ভ বাবু? মই জেইলৰ। হেভি ফায়াৰিং!! অঁ জেল এটাক্ত কৰিছে সিহঁতে। ডি-এছ-পিৰ নাম্বাৰ এঙ্গেজ্‌ড্‌! এই হেৰি—আমাক বি এন্‌ফ'ৰ্চমেণ্ট লাগে···এতিয়াই ···নহলে? ভগৱানে জানে—হয়তো জেইল অঁ জ্বেইল উকৰাই দিব সিহঁতে! সেয়া শুনিছে নে? কি? টানকৈ কওক! এক্কো শুনা নাই। মেচিন গানৰ শব্দ সেয়া। শুনা নাই? মোৰ মাত ভাগিব এতিয়া অঁ চিঞৰিয়ে কৈছোঁ। ভগৱান···আমি অফিচৰ মজিয়াত পেট পেলাই আছিলোঁ···এতিয়া বাঙ্কাৰলৈ আহিছোঁ।··· ফোনটো কৰো বুলি চুচৰি আহিছোঁ কোনোমতে···আহিছে? বি-এম-পি? কিমান সময় হ'ল? আধৰা ঘন্‌টা? আধামাইল বাটত!! ইম্মান লেট্ হৈছে নে? পাবহিতো? নহলে আৰু এটা প্লেটুন মুভ কৰাই দিয়ক, অ'বিজাৰ্ভ বাবু, চিটুয়েশ্যন চাংঘাতিক কিন্তু। ইপিনে অঁ জেইলৰ ভিতৰতে আণ্ডাৰ ট্ৰায়েল হষ্টাইলে অঁ হচ্‌টাই-লে—থ্ৰি চিয়াৰ্চ দিছে—জয় ধ্বনি! অঁ অঁ মুক্‌ত—মুক্‌ত—ৰিলিজ কৰিবলৈ সাথীবিলাক আহিছে হেনো! শুনক বিজাৰ্ভ বাবু, ইটো খবৰ কৰক। খা-খবৰ ৰাখিব! ৰাতিটোৰেই হাতীটো ভাই। হঁা? হাতী—হা-তী! এলিফেণ্ট।

চিলটীয়া বিজাৰ্ভ বাবুই কি হাতীৰ কথা ৰাতিৰে সাঙুৰিলে বুজালৈ বাট নাচাই জেইলৰ ভট্টাচাৰ্যই বিচিভাৰটো থেকেচকৈ থৈ উত্তেজনা আৰু সন্ত্ৰস্ততাত ফোপাবলৈ ধৰিলে। থাৰ্ড আৰ্মি ৰাইফল আৰু বিহাৰ মিলিটেৰী পুলিচে বাঙ্কাৰৰপৰা অবিৰাম গুলী চলাইছে।



দক্ষিণ-পশ্চিমৰ পাহাৰটোৰ পিনে। জেইলখন এমূৰীয়া ঠাইত। প্ৰায় গাতে পাহাৰ। বিজাৰ্ভ ওচৰতে। কিন্তু বাটটোৰ এফালে থিয় পাহাৰ। আনফালে পাহাৰৰ কুকুণ্ড।

আকাশৰ হাতীপটিয়ে দিশ সলায়। সপ্তৰ্ষি মণ্ডল ক্ৰমে নামি যায় দিগন্তৰ পিনে। এজাক বৰষুণে ৰাতিৰ কোহিমাক আৰু গহীন আৰু বিভীষিকাময় কৰি তোলে। ৰাতিৰ এন্ধাৰ। ডাৱৰীয়া নিশাৰ এন্ধাৰ। তাৰে মাজেদি অহা গুলীৰ প্ৰচণ্ড শব্দ। ভেৰী লাইটৰ ৰঙা-নীলা পোহৰ আকাশলৈ উৰে। নুমাই যায়। আকৌ অন্ধকাৰে আকাশ আৰু পৃথিৱী ছানি ধৰে।

উজাগৰী চকুলৈ পুৱতিৰ সেমেকা বতাহে তন্দ্ৰাৰ ভাব আনে। লাইট মেচিন গানৰ শব্দই চমক খুৱাই তোলে। প্ৰথম প্ৰহৰৰ ৰাও কাঢ়িবলৈ কুকুৰাই ভয় কৰে। আক্ৰমণৰ বুকুত কোহিমাৰ অন্ধকাৰ ক্ৰমে পাতলি আহে। পূবে বগা ডঁাৰ দিয়ে। ক'লা ক'লা ডাৱৰবোৰ উৰি ফুৰে আকাশৰ অ'ত ত'ত।

সেইখিনিতে গুলী লাগি সি পৰি মৰি আছিল। জমাদাৰে কলে।

হেই বাব্‌বু দুই আনা পৈছা দিব্বি?—সেই আদবলীয়া নগাটো। ৰাতিৰ আক্ৰমণৰ সি বলী হ'ল।

মৰা নাই। কিন্তু হাঁহি মাৰ গৈছে কোহিমাৰ। নীৰৱতা, নিস্তব্ধতাই ভয় আৰু শঙ্কাই সন্ত্ৰস্ত কৰি তুলিছে কোহিমা।

পুৱাৰ গোমোঠা বতৰ আৰু পাতল কুঁৱলীবোৰৰ মাজেদি আমাৰ মটৰখন আগবাঢ়িছে। লক্ষ্যস্থান পগোবটো আউট পোষ্ট।

আজিও আৰম্ভ হৈছে—

কেবা ঘণ্টাও হ'ল। সহজে এবাৰ লক্ষণ এটা দলৰো নাই। আমি সিহঁত কেইটাক চাৰিও ফালৰপৰা হেঁচা মাৰি ধৰা দি ধৰিছোঁ। উত্তেজনাত কেতিয়া যে চুচৰি চুচৰিয়েই আমি আগবাঢ়ি গৈছোঁ কবকে নোৱাৰোঁ। সিহঁতৰো খবৰ নাই। মনে-চিতে সিহঁত ব্যস্ত।

আৰু ধোৱা যে উৰিছে—বিড়ি আৰু সস্তীয়া চিগাৰেটৰ মিহলি ধোঁৱা। পাক খাই খাই বতাহত ধোঁৱাবোৰ উৰি গৈছে। বৈ গৈছে এটা স্থায়ী গোন্ধ। আৰু দুবিধ গোন্ধ মিহলি হৈছে এই গোন্ধেৰে। কেনভাছৰ জোতা আৰু উলৰ মোজাৰ ভেকেটা ভেকেট গোন্ধ। নিজে পিন্ধি থকাৰপৰা গোন্ধ নাপায় বাবেই কোনেও ভৰি গোন্ধোৱা কথাত মন নিদিয়ে। মোজাবোৰ বহুতদিন ধোৱা নাই। বৰষুণৰ পানী, ঘাম আৰু ধূলি মিহলি হৈ তলত খলমা বান্ধিছে। কেতিয়াবা ৰ'দত পেলাই থৈ জোকাৰি লয় কোনোবাজনে। সিমানেই। গোন্ধাইছে খাকী ইউনিফৰ্মবোৰ। ভাতৰ মাৰ দিয়া ইউনিফৰ্মবোৰত বৰষুণ, ঘাম আৰু ধূলি মিহলি হৈ বৰ একধৰণৰ গোন্ধ এটাৰ সৃষ্টি কৰে। কিলাকুটিৰ ভাজত ঘামে দাগ বহুৱাই মেপ আঁকে। সেইবোৰলৈ কাৰো ভ্ৰুক্ষেপ নাই। লাভো নাই। চিপাহী পোছাক! তাতে আউট পোষ্ট। পাহাৰৰ বৰষুণ, বতাহ আৰু সেমেকা বতৰত কোনেও ইউনিফৰ্মৰ কথা চিন্তা নকৰে। ধোৱাৰ ব্যৱস্থা নাই। চলিলেই হ'ল। চলি আছে সকলোৰে।

'আক্ৰমণ কৰ, আক্ৰমণ কৰ—আৰ্জুনিক! বধ কৰ মহ শতুৰুক! হাঃ হাঃ হাঃ!' বুলি মেডেলে—বিকট হাঁহি এটা মাৰি মাজত পৰি থকা এটা আঠ আৰু এটা নৰ ওপৰত পৰি থকা এটা ৰজা—তিনিখিলা তাচৰ ওপৰত সি হাতৰ তলুৱাত লৈ থকা তাচখিলা বিশেষ ভঙ্গীৰে মাৰি ক্ষন্তেক বিৰতিৰে কলে—ট্ টাৰাম্। প্ৰতিপক্ষৰ মুখলৈ চাই আকৌ সেই বিজয়ৰ হাঁহি। পাৰি লোৱা পুৰণা ট্ৰিপালৰ ওপৰৰপৰা কিছুমান ধূলি ওপৰলৈ উৰি আহিল। উত্তেজিত হৈ আমি আৰু এদোপ আগুৱাই গলোঁ।

এবাৰ বিহু পতা হৈছিল। কোহিমাত। বিহুনাচৰ প্ৰতিযোগিতা হৈছিল। পি-ডব্লিউ, পুলিচ ৰিজাপ, অসম পুলিচৰ কেবাটাও দলে প্ৰতিযোগিতা কৰিছিল বিহুনাচৰ। পুলিচ ৰিজাৰ্ভ বিহুবলীয়া হৈ



আছিল দুটা দিন। লোকনাথ গগৈৰ দলে প্ৰথম স্থান পাইছিল প্ৰতিযোগিতাত। সি এটা ব্যক্তিগতভাৱে মেডেল পাইছিল। নাচ ধুনীয়া হোৱাৰ বাবে। লোথা ঠিকাদাৰে মঞ্চত উঠি নিজে পিন্ধাই দি হিপ্ হিপ্ হুৰ্‌ৰে দিছিল। লোকনাথে ৰাইজক সেৱা জনাইছিল। বগা গেঞ্জীটোৰ ওপৰত ৰূপৰ মেডেলটো চিক্‌মিকাই আছিল। আমি আনন্দ আৰু উলাহত আত্মহাৰা হৈ পৰিছিলোঁ। চুবেদাৰে মেজৰ চাহাবে কান্ধত থপৰিয়াই তাক চাব্বাছ দিওঁতে সি এটেনশ্যন হৈ থিয় দিছিল। মেডেলটো লৰিছিল বুকুৰ ওপৰত। মূৰত মাৰি লোৱা ভমকাফুলীয়া গামোচাখনেৰে লোকনাথ জিলিকি আছিল। এছ-এম চাহাবে দলটোক এবটল ৰাম উপহাৰ দি কৈছিল—ফুৰ্তি কৰ!

লোকনাথে হেনো হৰিষতে গেঞ্জী আৰু মেডেলটো নোখোলাকৈয়ে সেই দিনা শুই থাকিল। গামোচাখন মেৰিয়াই লৈছিল ডিঙিত। ৰাতিপুৱা কোনোবা এজনে সেইটোকে সজাই পৰাই গল্প এটা কৰি বেৰেকত প্ৰচাৰ কৰি দিলে। ৰূপৰ মেডেলৰ চিক্‌মিকনীয়ে লোকনাথৰ নামটো তল পেলাই থলে। বন্ধু মহলত আৰু বেটেলিয়নৰ 'ফিমিলি লাইন'ৰ ল'ৰা-ছোৱালীৰ লগতে দুই-চাৰিজনী ফুৰ্তিবাজ জেনানায়ো লোকনাথক মেডেল বুলিলেই চিনি পোৱা হ'ল। বিহুগীত, ভাওনা থিয়েটাৰৰ বচনৰ চিঞৰ আৰু বিলাপেৰে লোকনাথে হুলস্থুল কৰি থাকে—হেড্‌কোৱাৰ্টাৰতো, আউট পোষ্টতো।

লোকনাথৰ পাৰ্টনাৰ ভুবনে প্ৰতিপক্ষৰ পৰাজয়ৰ চিন স্বৰূপে দুখন তাচৰ ওপৰৰখনৰ দুফোটা পিছুৱাই দিলে। প্ৰতিপক্ষ নন্দীৰাম আৰু ভোগেশ্বৰো উত্তেজিত হৈ পৰিছে। কাৰো মুখত মাত নাই। উশাহত বুকু খৰকৈ উঠা-নমা কৰিছে। পৰাজয়ৰ হাতসৰাৰ চিন্তাত মগ্ন। ভোগেশ্বৰৰ মুখৰ বিড়িডাল কেতিয়াবাই নুমাই গৈছে। বগা ছাই অলপ বান্ধ খাই আছে বিড়িটুকুৰাৰ মূৰত। সি দাঁতেৰে কামুৰি

ধৰি আছে বিড়িটুকুৰা। জ্বলোৱা নাই। পেলাই দিবলৈও তাৰ হুচ হোৱা নাই। মেডেলেৰে নন্দীৰামৰ চকুৱে চকু পৰিল।

ঐ লেকেছ নোৱাবিবি! বিদ্রূপৰ সুৰত মেডেলে কলে।

নন্দীৰামে একো নামাতিলে! ভোগেশ্বৰে থাপতে ভুবনৰ মুখৰ চিগাৰেটটো আনি হুপি হুপি তাচ বিলাবলৈ ধৰিলে।

লাজ নাই, খেলত হাৰিবি আৰু লোকৰ চুৰট টানিবি।

চাই থাক, চেক্‌খন চিঙ্গেল খেলি বিটাৰ্ণ কৰিম। নন্দীৰামে হামিয়ালে।

মেডেল পাত্তিক ডিফিট দিয়া টান আছে দেই। এজনে মন্তব্য কৰি উঠি গ'ল।

মই লোকনাথ হয়। টুৱেন্টি নাটলৰ ওস্তাদ। মোক হৰুৱাবলৈ পিথিৱীত বীৰ ওপজা নাই—বেট্ মাৰিছোঁ! শুনহঁত—এল্পিস্কুলত পঢ়িছিলোঁ। পণ্ডিতে মাজিউ নেওতা নোৱাৰা খণ্ডত এঠেঙীয়া বগলী কৰি থয়। মোৰ খং নুঠে নেকি? ফলি পেন্সিল এৰি দিলোঁ। মুখত ললোঁ বিড়ি। হাতত তাচ। আজিলেকে ঈশ্বৰৰ কিৰ্‌পাত হুয়েটোই শুজি আছে। বেট্ মাৰিছোঁ—এমুঠা বিড়ি একেলগে জ্বলাই তিনি হোপাত শেষ কৰিব কোনে পাৰিব? দে লোকনাথক—তিনি হোপাত লাল গাঁঠি পাৰ কৰি দিম। নাকেৰে বলাই দিম যইগৰ ধোঁৱা। এক্‌টা কাহ নামাবোঁ। যা সুধি আহ আমাৰ এঙাৰ খোৱা গাঁৱত! চব্‌বে একমুখে কব—'লোকনাথ ওস্তাদ হয় দেই।' আৰে বাবা, লোকনাথে চুৰি কৰি নেখেলে বে! পাপ খেলি কি হব হো? ভগৱান দেখিব।' এদিন কিবা উম্মা উঠি লোকনাথে এইদৰে বকিতা দি ঠাণ্ডা কৰিছিল চব্ ডুশ্মনক।

ডবল!

ৰি!

বাঃ লেকেছ!!



চিঙ্গেল!!! ৰং কাট!!

নন্দী লেকেছে চিঙ্গোল খেলিবলৈ গহীন হৈ পাতবোৰ চাওঁতে চকু দুটা সৰু হৈ গৈছে। চেলাউৰি দুটা থুপ খাই কপালৰ সিৰবোৰ জিলিকি উঠিছে। আমি একান্ত মনে চাই আছোঁ—মেডেলক লেকেছে চেলেঞ্জত কৰা। কাৰো মুখত কথা নাই। লোকনাথে তাৰ নিজস্ব ভঙ্গীৰে তাচখিলা মাৰিবলৈ পজ দি গালে—

আছে যদি কপালত

বহিম গৈ চোতালত—

এনেতে—

আমি উচপ খাই উঠিলোঁ। নন্দীৰামে উভতি চালে। বহাৰ-পৰা আমি গিৰিসাই থিয় দিলোঁ।

শক্ৰ? তাৰে মাজতে লোকনাথে প্ৰশ্ন কৰিলে।

জমাদাৰ চাহাবে চোতালত থিয় দি হুইচেলেৰে সঙ্কেত দিছে—নন্ ডিউটি জোৱান সব্ হাজিৰ হবলৈ।

পগোবট আউট পোষ্ট। সৰু পাহাৰ এটাৰ ওপৰত আমাৰ এই আউট পোষ্টটো। দুই চেক্সন বেটেলিয়নৰ জোৱান। চাৰ্জত জমাদাৰ। প্ৰতিপক্ষৰ আক্ৰমণৰ সন্মুখীন হব পৰাকৈ অ-পিৰ চাৰিউফালে বৃত্তাকাৰে চাৰিফুট দ আৰু তিনিফুট বহল পেৰিমিটাৰ। ইপাৰে ট্ৰেন্স। আমাৰ কেম্প। পেৰিমিটাৰৰ বাহিৰ ফালে কাঠ, গছৰডাল আদি খুটি পুতি পথালিকৈ দি ওখকৈ মাটি তুলি দি ঠায়ে-ঠায়ে ৰাইফল, লাইট্‌ মেচিনগান, মৰ্টাৰ আদিৰে সম্ভাব্য আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ কৰি লোৱা সুৰুঙা। আউট পোষ্টৰ প্ৰবেশ পথত দুটা চেন্ট্ৰি পোষ্ট। থকাখোৱাৰ সকলো ব্যৱস্থা পেৰিমিটাৰৰ ভিতৰতে। বহল চোতালখনত আমি ৰোলকলৰ সময়ত হাজিৰ হওঁ। পেট্ৰল ডিউটি ডিটেইল হয়। আজৰি সময়ৰ আড্ডা বহে।

ঠিক হায়?

হুজুৰ!!

পেৰেড্!

জমাদাৰৰ নিষ্প্ৰাণ হুঙ্কাৰত হাত ভৰি নচুৱাই জোকাৰি টেনচন হৈ থকা জোৱানসকল এটেনশ্যন হয়।

ডিচ্-মিচ্। জমাদাৰে ৰোল কলৰ গতানুগতিক আখৰা সামৰে। আউট পোষ্টত তিথিৰ মৃতৰ পানী চলু ঢালি নিয়ম ৰখাৰ দৰে ৰোলকল কৰা হয়। নিয়মৰ নিয়ম। তথাপি যাৱতীয় ডিউটি কোনেও অৱহেলা নকৰে। কোনেও প্ৰতিবাদ নকৰে। হাঁহি-মুখে ওচৰৰ বস্তীবোৰলৈ পেট্ৰল ডিউটিত ওলাই যায়। চেণ্ট্ৰি ডিউটি দিয়ে। আউট প'ষ্টৰ বাহিৰৰ নিজৰাটোৰপৰা পানী আনিবলৈ যায়। তাৰপৰা বাল্টিত পানী দুজনে ভাৰ কঢ়িয়াই আনে। উঠি আহোঁতে কেতিয়াবা কান্ধ মাৰিৰপৰা পানীৰ বাল্টি পিছলি যায়। হোলোক কৰে পানী পৰে। পৰা পানীয়ে খটখটি পিছল কৰে। পিছৰজনে পিছল খায়। কোনে কেনেকৈ পিছল খায়, কোনে ভাত মুখত লৈ কি দৰে কথা কয় কোনোবাই পজ দিয়ে। হাঁহিৰ ৰগৰ উঠে। কোনেও কাকো খং নকৰে। কেম্পৰ গতানুগতিক জীৱন যাত্ৰাত ব্যতিক্ৰম আনি সৰু সৰু কথাবোৰে আউট পোষ্টটো সজীৱ কৰি তোলে।

এচাম নগাই বিদ্ৰোহ কৰিছে। স্বাধীন নাগালেণ্ডৰ দাবীত। বিদ্ৰোহে সমগ্ৰ জিলাখনতে সন্ত্ৰাসৰ সৃষ্টি কৰিছে। নিৰীহ গঞা নগাৰপৰা সিহঁতে টকা-পইচা আদায় কৰিছে। খাজনা হেনো। খাবলৈ জোৰ কৰি চাউল, গাহৰি, কুকুৰা সংগ্ৰহ কৰিছে। নিদিলে অত্যাচাৰ কৰে। নগা হ'মগাৰ্ড দলত ভৰ্তি হবলৈ ঠায়ে ঠায়ে নগা ডেকা-গাভৰুহঁতক আহ্বান জনাইছে। যি কোনো সময়ত শান্তিকামী জনসাধাৰণক আক্ৰমণ কৰি বা উৎপীড়ন কৰি যাতে অশান্তিৰ সৃষ্টি কৰিব নোৱাৰে, বস্তীবাসী যাতে নিৰাপত্তাহীন নহয় তাৰবাবে ঠায়ে



ঠায়ে আউট পোষ্ট খুলি আৰ্মি পুলিচ বেটেলিয়নক দায়িত্ব দিছে ভিতৰুৱা অঞ্চলৰ শান্তি ৰক্ষাৰ। গঞা ৰাইজৰ সৈতে সম্বন্ধ ৰাখি শান্তি অব্যাহত ৰাখিবলৈ। হেড্-কোৱাৰ্টাৰৰ নিৰ্দেশ।

পগোবট' বস্তীৰ মানুহবোৰ দুই এঘৰকৈ গুচি গৈছে। ক'লৈ বা কিয় গৈছে জনা নাযায়। গাঁওবুঢ়া আগতে গুচি গৈছে। যিবোৰ আছে সিহঁতে কিবা সুধিলেও নিমাত। কি সুধিছে বুজি নাপায় হেনো। মুখলৈ অকৰা লাগি চাই আঁতৰি গুচি যায়। পেট্ৰল ডিউটিৰ ৰিপ'ৰ্ট।

আবেলি চাৰি বাজিছে।

বতৰ ডাৱৰীয়া। যি কোনো সময়তে বৰষুণ দিব পাৰে। নিদি ডাৱৰীয়া হৈ থাকিবও পাৰে। পাতল হৈ থকা মেঘবোৰ লাহে লাহে উৰি গৈছে।

আমি শাৰী পাতিলোঁ। জমাদাৰে হুইচেলটো হাতত লৈ চাৰিওফালে এবাৰ চালে। পেৰিমিটাৰৰ বাহিৰফালে মেয়ো চালোঁ। একো ধৰিব নোৱাৰিলোঁ। দুই বজাত মেচেজ দিছোঁ—নাথিং এবনৰমেল। চব্ ঠিক আছে।

গেট চেণ্ট্ৰি আৰু এল-এম-জি পোষ্ট দুটা চেক্ কৰি আহি জমাদাৰে নিৰ্দেশ দিলে ট্ৰেন্সত পজিশ্যন লবলৈ। চমুকৈ নিৰ্দেশটো দিয়েই খৰখেদাকৈ হুকুম দিলে—ডিচ্ মিচ্!

ভিতৰত সকলোৱে ব্যস্ত হৈ পৰিল। বাঁহৰ চাঙত পাতি লোৱা ওৱাৰলেছ চে'টটো মজিয়াত সুবিধা কৰি পাতি ললোঁ।

কোহিমা নেটত পাব নে? ব্যস্ত জমাদাৰৰ প্ৰশ্ন। দহ মিনিট বাকী আছে। ঘড়ীটোলৈ চাই কলোঁ। হব বাৰু। আজি ফায়াৰিং হবই যেন পাইছোঁ। কোহিমা পালেই মেচেজ এটা দিব—ফায়াৰিং হোৱাৰ সম্ভাৱনা আছে বুলি।

মই শলাগিলোঁ।

লঙ্গৰখানালৈ কোনোবা দুজন বেগাবেগীকৈ সোমাই গৈছে।

জমাদাৰ চাহাবৰ আন্দাজ হয়। মাততে বুজিলোঁ ভোগেশ্বৰ।

ধূৰ্, এক্‌কো নহয়। তিনি মাহ ঘোৰাৰ ঘাহ কাটিছো। ক'তা হষ্টাইল পাৰ্টি ফায়াৰিং কৰা নাই যে? অলপ সময়ৰ পিছতে চব ঠিক হৈ যাব দেখিবি! লোকনাথে বিজ্ঞৰ সুৰত কলে।

হয় নে, কিবা এটি হবই নেকি? উভতি আহোঁতে লোকনাথে তিৰোতামানুহৰ গলাৰে মোক সুধিলে।

কব পৰা নাই। হাঁহি কলোঁ।

দাজুই কিবা ইন্‌ফৰম্ দিলে নেকি?

দাজু আহিছিল নেকি?

ওঁ। আমি খেলি থাকোঁতে। জমাদাৰ চাহাবৰ লগত ভেট কৰি গৈছে।

সিটো মুৰৰপৰা জমাদাৰ অহা দেখি লোকনাথে এটেনশ্যন হৈ কলে—পানী কম্‌তি আছে হুজুৰ! নিজৰাৰপৰা এতিয়াতো—

নাই এতিয়া যাব নোৱাৰি। কিমান আছে—এক ড্ৰাম?

আধা ড্ৰামহে হব হুজুৰ!

দেখা যাওক বাৰু!

অসুবিধা বুলিবলৈ সেইটোৱেই। পানীৰ। নিজৰাটো আমাৰ পেৰিমিটাৰৰ ভিতৰত সুমুৱাই লব নোৱাৰি। নামনিত। টিলা বা ওখ ঠাইত কেম্প পাতিলে দুৰ্যোগৰ সন্মুখীন হোৱাত সুবিধা হয়।

দাজুৰ ৰিপ'ৰ্ট—'সিহঁত' আজি প্ৰস্তুত। জমাদাৰে নিজকে কোৱাদি কলে।

পগোবট' বস্তীৰ দাজু। গাঁওখনত সিহে আছে। বাকীবোৰ কেনিবাদি বস্তী এৰি গুচি গৈছে। সি আমাৰ কেম্পলৈ প্ৰায়ে আহে। কথা পাতে। হাঁহি-ধেমালি কৰে। জমাদাৰে আপত্তি নকৰে। গম পালে জঙ্গল পাৰ্টিৰ ম'ভমেণ্টৰ খা-খবৰ টিপতে দি



যায়হি। কেতিয়াবা দাজুৰ ওপৰত আমাৰ মৰমৰ অত্যাচাৰ বেছি হয়। বিৰক্তিত 'অউৰ নেহী আয়গা ইধাৰ মে'। বুলি ভোৰ ভোৰাই গুচি যায়। পিছদিনা আকৌ ওলায়হি। পোনতে গহীনটি হৈ থাকে। চিগাৰেট এটা যাচিলেই পমি যায়। কেতিয়াবা আমি বিড়ি চিগাৰেট নেযাচি ৰং চাওঁ। সৰু ল'ৰাৰ দৰে দাজু গোমোঠা মাৰি বহি থাকে।

দ্বিতীয় মহাযুদ্ধৰ সময়ত সি বাৰ্মাত লড়াই কৰিছিল। গোৰ্খা ৰেজিমেণ্টৰ জোৱান। বিলাতী কমাণ্ডিং চাহাবৰ তলত থাকি ইৰাৱতী নদীৰ পাৰত। জাপানীৰ লগত। বহুত জিড্ডি হয় জাপানী চিপাই। একদম হাৰামী। আৰু ইটু কি জঙ্গল হয়? মামুলী। বৰ্মা বড্ডাৰ একদম মস্ত জঙ্গল ভৰা। দিন্‌তেভী সূৰথ নেহী নিকাল্‌তা। হাঁ, এইছা মালুম হোগা। ধূপ নেহী—আন্ধেৰা আন্ধেৰা। ক্যা বলেগা—ইতনা গৰ্মী হায় না! অৰু জঙ্গলমে কাদা, মশা, কিচিম কিচিম পোকা—ইয়া বড়া সাপ! বাৰিচ ভী গিৰ্‌তা। লাড়াই লাড়াই লাড়াই। আৰে বাপ্—ভগ্‌মান! দিন-ৰাত চব্বিশ ঘণ্টা লাড়াই। আকাশচে পিলেইনপাৰা ব'ম! ব'ম ফুটা দেখিছে? ক'ত দেখিবি—বাচ্ছা ল'ৰাবিলাক! খালী বুদ্ধা আদমীছে ইয়াৰ্কি দেনে জান্‌তা। বোম্ গিৰিলে মানে ট্ৰেন্সতে লুকাই থাকিব লাগে।

কেনেকে দাজু—দেখাবি ত! আমাৰ কোনোবাই উলাহতে সোধে।

মেজাজ ভালে থাকিলে দাজুই সদায় বোমা পৰিলে কিদৰে আত্মৰক্ষা কৰিব লাগে আৰু ৰাইফল লড়াই একদম কাছাকাছিতে ইনিমি থাকিলে কেনেকৈ কৰিব লাগে সেইবোৰ দেখুৱায়। মধু খাই মাধুৰী নিচাত থাকিলে ক্ৰলিং এড্‌ভান্স দেখুৱাই চোতালখনত বুকুৰে চোচৰে। হাতেৰে গাৰ ধূলি বাল্লি জোকাৰি দুটামান শুকান কাঁহ মাৰে। খন্তেক ফোপাই দাজুই আকৌ লাড়াইকা কাহানীয়া শুনায়।

বেচন খতম। পানী খতম। ইনজুৰি চিপাই খুনছে পাখ্‌ৰা হৈ মাই গড্‌ বোলে। ৰাম ভগ্‌মান বোলে—আয়াস্‌ শুনিবলে ভী কষ্ট লাগে। লেকিন লড়াই তব্‌ভী খতম নেহী হোতা! কাদা, পচিনা, ধূলা, বাৰিচকা পানী—ইনিফৰ্ম বৰবাদ! মুহমে একগাদা দাৰি। দেখেনেচে তোম্‌ৰা বাপ্‌কোভী পহ্‌চেনেগা নেহী।

দাজুৰ বাওঁ বাউসীত গুলী লাগিছিল। কোনেও বিশ্বাস নকৰাত এদিন সি সত্যতা প্ৰমাণ কৰিবলৈ বাৰেওটি মাহে নোখোলা গেঞ্জী আৰু পুলঅ'ভাৰটো খুলি ক'লা সৰু গাঁত এটা দেখুৱাই কৈছিল—ইতিয়া মানিছে?

এ সেইটো ছোটা গুলী থা দাজু!

ধূৰ, ঝুটমুট—ৰাইফল কা গুলী নাচপতি মাফিক বৰা হোতা হায় ক্যা? কাহে ঝুট বলেগা। কভী কভী বহুত দৰ্দ হোতা! ৰাত মে নিদ নেহী আতা।

লড়াই খতম হোৱাত সি পেন্সন ললে। চাকৰী কৰিবৰ মন নগ'ল। বহুত দেশ-বিদেশ দেখা। বৰ্মা, কাশ্মীৰ ইজিপ্ট—জাদা ছে জাদা, জমিন দেখনেসে বাকী নাই। বহুত ফুৰ্তি কিয়া। মাহাৰাণীকা দিন মে দিনকাল আলাগ থা। কিচিম কিচিম মদ পিয়া। আফ্ৰিকান চুৰট পিয়া। আংৰেজী চিনেমা দেখা। মেম নাৰ্‌চ দেখা। হাঁ, হামাৰা গুলী নিকালা এক বিলাতী নাৰ্‌চ। ইতনা কুম্‌লা হাত না, —কম্‌লা মাফিক লাল। পেইন হুৱা? উনে পুছা। বাততো নেহী, গানাকা সুৰ যেইছা—তেইছা! দিল দেকে ফুৰ্তি কৰনেৱালী মেমভী বহুত আয়া থা।

তোমাৰ দিল লৈ যাইছে দাজু?

ধূৰ ফাল্টু মেম্‌। সস্তা হয়। ৰুপীয়া। লড়াই মে ৰুপীয়াকা দাম নেহী থা—চীজ্‌ মাংতা! কিচিম্‌ কিচিম্‌ লেড়কী—ছিঃ—একদম বেচৰম্‌ বাত, বেচৰ্‌মী কাম!



পি. ডব্লিউ. ডিৰ. ঠিকাদাৰ এজনৰ লগত নগাপাহাৰ পাই দাজু পগোবট' পালেহি। মহৰী। বাট এটা সজোৱা কামৰ। ইয়াতে এক চেমা লড়কীকো পচন্দ হুৱা। চাদী কিয়া। বচ্‌। দাজু বৈ গ'ল নগাপাহাৰত। বস্তীৰ মানুহবোৰে মৰম কৰিছিল দাজুক। পিছে মৰম নেওচি আউৰত মৰ গিয়া। ল'ৰা-ছোৱালী একো নহ'ল। দাজুই বস্তীখনৰ মৰম পাহৰিব নোৱাৰিলে। জমানা বহুত বদল গিয়া। দাজুৱে দেখিছে। বিলাতী চাহাব ডিপ্‌টি কমিছনাৰ আহা দেখিছে। বিলাতী কমাণ্ডিং চাহাবভী দেখিছে। নগাপাহাৰ কিন্তু একদম বদল গিয়া। আমাৰ দাজু—মনবাহাদুৰ লিম্বু এতিয়াও পগোবট'ৰ বাসিন্দা। সিয়ে আজি আমি টলকিব নৌপাওঁতেই জমাদাৰক গুপুত বতৰা দি সাউত কৰে গুচি গ'লগৈ।

কোহিমালৈ মেচেজ দিলোঁ। ঠিক পাঁচ বজাত পশ্চিমৰ পিনৰ-পৰা সিহঁতে গুলী কৰিছে। আমি তাপ মাৰি আছোঁ। ৰাতিলৈ হয়তো আক্ৰমণৰ হেঁচা বেছি হব পাৰে। বোধ হয় অলপ উত্তেজিত হৈ পৰিছিলোঁ। দুয়োটাৰ মাজত প্ৰভেদ আছে। কোহিমাত শুনা গুলীৰ শব্দ আৰু পাহাৰৰ মাজৰ এটা সৰু অ-পিত আত্মৰক্ষা কৰি দুৰ্যোগৰ সম্মুখীন হোৱাত। প্ৰথমটোত এটা ৰোমাঞ্চ আছে। ইটোত আছে অলপ শঙ্কা মিশ্ৰিত উত্তেজনা। প্ৰথম অভিজ্ঞতাৰ দিনা কি কৰোঁ কি নকৰোঁ লাগে। অজস্ৰ গুলীৰ শবদে হতভম্ব কৰিব খোজে। কেতেকীৰ মাত শুনি জীয়াৰী-বোৱাৰীৰ হাতৰ মাকোটি হাততে ৰোৱা দি নজোৱানৰ ৰাইফলত—হাত দিয়াতে থাকিব খোজে। লাগিবৰে কথা। ওৱেপন্‌ ট্ৰেইনিং ললেও কিমান দিন হয়তো সেইবোৰৰ স্বৰূপত ব্যৱহাৰেই নহয়। এটা গুলীৰ শব্দ শুনিলেই পাৰেমানে গুলী চলাই দিবৰ মন যায়। কিন্তু সাৱধান নহলে তেনে কামে বিপদত পেলায়। অৱস্থা চাইহে ব্যৱস্থা। ম'হৰ শিঙত ককিলা দাঁৰ মাৰিব পৰাতোতহে কথা।

হেড্ কোৱাৰ্টাৰৰপৰা কমাণ্ডিং অফিচাৰে নিৰ্দেশ দিছে—থেম'কেডিমাৰ মিলিটেৰী বেচ কেম্পৰ সৈতে যোগাযোগ ৰাখিবলৈ। তেৱোঁ জনাইছে হেনো তাৰ চি-অ'ক—যে আমি আক্ৰমণৰ সম্মুখীন হৈছোঁ। থেম'কেডিমাৰ ফ্ৰিকুয়েন্সি নোট কৰি ললোঁ।

হঠাৎ বৰষুণ আহিল। কলহৰ কাণে ঢলা বৰষুণ। আৰম্ভণিতেই মেঘৰ গাজনি আৰু বিজুলী। লগে লগে সিহঁতৰ প্ৰচণ্ড আক্ৰমণ। বুলেটবোৰ তীব্ৰ গতিৰে আহি পেৰিমিটাৰৰ মাটিত ঠেকা খাই একো একোটা শব্দ হৈছে। বৰষুণজাকে সিহঁত কিমান দূৰত আছে অনুমান কৰাত অসুবিধা কৰিছে। মাথোন গুলী ওলাই যোৱাৰ চু-ই-ই শব্দ। গুলী আহি ঠেকা খোৱাৰ শব্দ।

এটা সময়ত আমাৰ জোৱানৰ ৰাইফল আৰু লাইট মেচিনগানবোৰ একেলগে গৰজি উঠিল। সিহঁতেও গুলীৰ সংখ্যা ক্ৰমে বঢ়াই আনিছে। আমাৰ আক্ৰমণ আৰু বৰষুণক সিহঁতে কেৰেপ কৰা নাই অকণোকে। মাজে মাজে মাথোন গুলী কৰিবলৈ এৰি সিহঁতে কিছু সময়ৰ বাবে তলকা মাৰে।

থেম'কেডিমাৰ মিলিটাৰী বেচ-কেম্প আৰ-টিত ধৰিলোঁ। চি-অ'ক বিচাৰিলোঁ। তৎক্ষণাৎ কমাণ্ডিং অফিচাৰ আৰ-টিলৈ আহিল। জমাদাৰে কথা পাতিলে—ঘটনাটোৰ এটা মোটামুটি আভাস দিলে আৰু পশ্চাদবাহিনীৰ প্ৰয়োজনীয়তাৰ বিষয়ে কলে। কেপ্টেইন সিঙে কলে, ঘাবৰাও নেহী জমাদাৰ চাব্। হিম্মতচে ৰহীয়ে।—ৰিয়াৰ এনফ'ৰ্চমেণ্ট হেনো ইতিমধ্যে তেওঁ পঠোৱাৰ ব্যৱস্থা কৰিবলৈ চুবেদাৰ মেজৰক নিৰ্দেশ দিলেই।

কোন ৰেজিমেণ্ট জী? থেম'কেডিমাৰ অপাৰেটৰক ইংৰাজীতে সুধিলোঁ।

আৰে ইয়াৰ, হিন্দীমে বল—নাইন পাঞ্জাৱ হু। পঞ্জাৱী অপাৰেটৰে উত্তৰ দিলে।



আপ্?

বেটেলিয়ন পুলিচ!

ক্যা লড়াই সুৰু হো গিয়া এথে? জখমী হুৱা? নেহি? তো মামুলী লড়াই ইয়াৰ! অ' চালে লোগ এইচাই ভাগ যায়েগা। ৰিয়াৰ পাত্তি? ইতনা ডৰ হুনেছে কৈছে লড়েঁাগে পুলিচ লোগ?

থেম'কেডিমাৰ মিলিটাৰী বেচ কেম্পৰ ওৱাৰলেছ অপাৰেটাৰ লেন্স নায়ক গুৰুবচন সিঙৰ বিদ্ৰোহী নগাৰ কাৰ্য-কলাপ সম্পৰ্কে কোনো ধাৰণাই নাই। কথাৰপৰা বুজা গ'ল। লড়াই মানেই খুন-জখম, হৈ-চৈ কাণ্ড। ঠিকেই—বৰ বৰ মহাৰণত যোগদান কৰি অহা ইণ্ডিয়ান আৰ্মি; আৰু ইংলণ্ড, কানাডাত উচ্চশ্ৰেণীৰ প্ৰশিক্ষণ লাভ কৰি অহা ইয়াৰ বহুতো উচ্চপদস্থ বিষয়াই হাবিৰ মাজৰ বিদ্ৰোহ ট্ৰিফ্লিং বুলি ভাবি আছে। নবৈৰ দিনৰ ভিতৰত ব্লাডি হষ্টাইলিটিৰ পুলিয়ে-পোখাই উঘলাৰ সঙ্কল্প কৰাই কৰিছে দিল্লীত। তিনিমাহৰ ভিতৰত নগাপাহাৰ উইল বি কুল ডাউন্। অপাৰেশ্যন ডিউটিলৈ সম্প্ৰতি অহা আৰু আহি থকা ইণ্ডিয়ান আৰ্মিয়ে চব ঠাণ্ডা বনাই দি গুচি যাব। কি ইমান ডাঙৰ কথাটো? লেন্সনায়ক গুৰুবচন সিঙেও হয়তো ভাবিছে—এইবোৰ বৰ সাধাৰণ কথা। পুলিচ বেটেলিয়নে ভয়তে একো কৰিব পৰা নাই। তিলকে তাল কৰিছে। যিয়েই হওক, যেয়ে যি নাভাবক, থেম'কেডিমা আমাৰ বেচ কেম্প। আমাৰ বিশেষ দুৰ্যোগ হলে পোনতে পশ্চাদবাহিনী পঠাব তাৰেপৰা। আৰ্মি আৰু পুলিচৰ মাজত ডিউটিৰ পাৰ্থক্য থাকিলেও এনে অৱস্থাত সেইবোৰ নভবাই ভাল।

ভাগ যাওঁ ইণ্ডিয়ান চি পাই—। অৰণ্যৰপৰা সিহঁতে চিঞৰিলে। বৰষুণ এবাৰ পিছত এন্ধাৰে আৰবা নীৰৱতা ভাঙি সেই চিঞৰ যেন অতি ওচৰৰপৰাই আমাৰ কাণত পৰিছেহি।

জয়—হি ই ন্দ্! আমাৰ কেম্পৰপৰা কোনোবা এজনে চিঞৰি

দিলে। লগে লগে কেবাজনে আকৌ জয় হিন্দ ধ্বনি কৰিলে। জমাদাৰে থেম'কেডিমা আৰু কোহিমাত কথা পাতিলে। অলপ আগতে প্ৰায় এঘণ্টা সময় সিহঁতে নিচেই ওচৰৰপৰা আক্ৰমণ কৰিছিল। এতিয়া কিছুসময় হ'ল গুলী বন্ধ হৈছে।

হঠাৎ আমাৰ চেণ্ট্ৰি পোষ্টৰ এল-এম-জি গৰজি উঠিল। বহু সময়ৰ মৌনতা ভঙ্গ কৰি সেই শব্দৰ প্ৰতিধ্বনি উঠিল ওচৰৰ পাহাৰত। খাৰুৱা খাৰুৱা গোন্ধ এটা বিয়পি গ'ল।

এন্ধাৰৰ সুযোগ লৈ বিদ্ৰোহী দলৰ কেইটামানে চুচৰি চুচৰি চেণ্ট্ৰি পোষ্টৰ পিনে আগবাঢ়িছিল। খুব সাৱধান আৰু সতৰ্কভাৱে সিহঁত অহাবাবে আমাৰ চেণ্ট্ৰিৱালাই ধৰিব পৰা নাছিল। এনেতে বিজুলীয়ে চিক্‌মিকালে। অলপ নিলগত সৰু জোপোহা এটা লৰা তাৰ চকুত পৰিল। সিদ্ধেশ্বৰে সেই জোপোহাটোৰ সোঁৱে-বাৱে লাইট মেচিন গান এৰিলে। কিবা এটা চোচৰাই নিব ধৰাৰ শব্দ আৰু ওচৰৰ বনবোৰ লৰি উঠা চকুত পৰিল। ছুটা বেলেগ বেলেগ দিশলৈ কিবা টানি নিব ধৰা বুলি সহজে অনুমান কৰিব পৰা হ'ল।

কেজুয়েল্টি! জমাদাৰে বিৰ্‌বিৰালে।

অলপ পিছতে আৰু এবাৰ এল-এম-জি এৰিলে চেণ্ট্ৰি পোষ্টৰপৰা। কেঁকনি এটা স্পষ্টভাৱে শুনা গ'ল। চোচৰণি বা ঠাই এবাৰ চিন একো দেখা নাযায়।

সিহঁতৰ ছুজন—বোধহয় চেণ্ট্ৰি পোষ্টলৈ আগবাঢ়ি অহা ছুজন এল-এম-জিত আহত হৈছিল আৰু ওচৰতে থকা সহকৰ্মীয়ে সিহঁতক তাৰপৰা অপসৰণ কৰিবলৈ চেষ্টা কৰিছিল। সিহঁতে আহত বা নিহত কাকো কোনোপধ্যে এৰি নাযায়। যেনে তেনে টানি চোচৰাই লৈ পলাই যায়—যাতে শত্ৰুপক্ষৰ হাতত নপৰে।

জমাদাৰে ব্যস্ত হৈ ট্ৰেন্সত ঘূৰি ফুৰিছে। হয়তো আৰু ভীষণভাৱে সিহঁতে আক্ৰমণ চলাব। সিহঁতৰ দলৰ মানুহ মৰিছে। তাৰে



প্ৰতিশোধ লবলৈ আউট পোষ্ট বা ভিতৰুৱা অঞ্চললৈ যোৱা কনভয়েই উপযোগী।

ভেৰি গুড! চাবাচ জোৱান লোক! চি-অ'ই জমাদাৰক শলাগিলে। সাৱধানে থাকিবলৈ উপদেশ দিলে।

বীৰ চক্ৰ পাবিহঁত! হেড কোৱাৰ্টাৰৰপৰা চিগ্‌নেলতে জোকালে অন ডিউটিয়ে। উত্তৰ দিবলৈ সময় নহ'ল।

পিটাৰ ওৱান—পিটাৰ ওৱান··· বেচ কেম্পে আৰ-টিত চিঞৰিছে।

ৰাইফল সাৱটি পেট পেলাই পৰি আছে আমাৰ জোৱানহঁত। লেমৰ পোহৰত ওচৰতে থকা লোকনাথ গগৈকহে দেখি। নিৰ্বিকাৰ অথচ একান্তমনে ৰাইফলৰ এইমিং প্লেটখনৰ পিনে চাই আছে। সি তেনেদৰে থকাত মোৰ হাঁহি উঠিব খুজিলে। লোকনাথৰ সিমান চিৰিয়াচনেচ যেন বহুৱালিৰ এটা ৰূপহে তেনেকুৱা লাগে। সি কেতিয়াও মুখ জপাই এঘণ্টা থাকিব নোৱাৰে। তাচৰ খেলাৰ বাহিৰে তাক ধৈৰ্য ধৰি একে ঠাইতে থকা বা কিবা এটা কৰা আজিলৈ দেখা নাই। ইটোক জোকাই সিটোক সিঁয়াৰি, নাটকৰ বচন মাতি বা সূত্ৰধাৰীৰ নাচৰ ভঙ্গী দেখুৱাই মুঠতে সি ব্যস্ত হৈ হুলস্থূল কৰি থাকে। বিহুগীত বা নাচৰতো কথাই নাই। কেম্পটোও সিয়েই জমাই ৰাখে। জমাদাৰে তাৰ ওপৰত চকু ৰাখে। ঠিক শাসনৰ বা সন্দেহৰ নহয় এই অনবৰত হাঁহি ফুৰ্তি কৰি থকা ডেকাজনক অলপ সময় নেদেখিলে বা মাত নুশুনিলে তেওঁ ইটো সিটোক সোধে—লোকনাথ নাই নেকি? জমাদাৰ গুৱালপাৰাৰ ফালৰ কোনোবা এখন গাঁৱৰ। সেইফালে বিহুগীত বা নাচৰ সিমান প্ৰচলন নাই বাবে বিহুগীত শুনি ভাল পায়। কেম্পত কেতিয়াবা বিহু নাচিলেও মনে মনে থাকে। অৱশ্যে কয়—ডিছিপ্লিন যাতে ব্ৰেক্ নহয়। এবাৰ জমাদাৰে গুৱালপৰীয়া লোকগীত এটাৰ এফাকি গুণগুণাইছিল। গধূলি। কেম্পৰ চোতালৰ এমূৰে। তাকে শুনি কোনোবা এজনে

খুক্‌খুকাই হাঁহি কলে—হুজুৰে বাম বেছিকৈ খালে হবলা! জমাদাৰ অপ্রস্তুত হ'ল। সিহঁতৰ ওচৰলৈ আহি সুধিলে,—মুই ৰম্ খাইচুং না?

ইহঁতে সেমেনা সেমেনি কৰিব ধৰিলে। ভাবিছিল জমাদাৰে শুনা নাছিল কথাটো।

কিমান দিনৰপৰা ৰম্ খাইছু কবাৰ পাৰে?

খণ্ডত জমাদাৰৰ মুখত গুৱালপৰীয়া মাত ওলাইছিল। ততালিকে খণ্ডটো সামৰি জমাদাৰে কলে—কেম্পত থাকিলে ককাই-ভাই নিচিনা থাকিব লাগে। কিন্তু ডিছিপ্লিন মানিব লাগে।

ইচ্ছা কৰিলে জমাদাৰে শাস্তিমূলক ব্যৱস্থা লব পাৰিলেহেঁতেন। হেড্ কোৱাৰ্টাৰত হলে কথাই নাছিল। এদিন বা এবেলা কোৱাৰ্টাৰ গাৰ্ড। নাইবা বিল্লি খুলি নিবও পাৰে। কেম্পত বুলি সিমানতে কথাটো শেষ কৰিলে। জুনিয়ৰ কমিচণ্ড্ অফিচাৰ—জে-চি-অ'বোৰৰ ক্ষমতা আছে—জোৱানৰ শাসন আৰু ৰচদ পাতি যোগোৱা, থকা-মেলাৰ সকলো ব্যৱস্থা পোনপটীয়াকৈ চুবেদাৰ মেজৰে কৰে। জমাদাৰ আৰু চুবেদাৰৰো দায়িত্ব নোহোৱা নহয়। সৈনিকৰ মাজত যদিও একতা আছে, শ্রেণী বিভাগো আছে। কমিচণ্ড্ ৰেঙ্কৰ কমাণ্ডিং অফিচাৰ আৰু এচিষ্টেণ্ট্ কমাণ্ডিং অফিচাৰতো অভিজাত সম্প্রদায়ৰ ব্যক্তি। জে. চি. অ'বোৰক উচ্চ মধ্যবিত্ত আৰু জোৱানসকলক নিম্নবিত্ত শ্রেণীৰ অন্তর্ভুক্ত কৰিব পাৰি। অভিজাত শ্রেণীটোৰ কর্তাসকলক চাহাব বুলিব লাগে। হুজুৰ আৰু চাৰৰ ব্যৱহাৰ নোহোৱাকৈ তলতীয়াসকলৰ এটাৰ মুখেদি এটা বাক্যও ওলোৱা নিষেধ। তেওঁলোকে বঙলাত থাকে। চিপাহী-অৰ্দালী দুটা বা তিনিটা সকলো সময়তে ঘৰত কাম কৰাকৈ পায়। চৰকাৰী গাড়ী আৰু ড্ৰাইভাৰ। অনা অসমীয়াৰস্তো কথাই নাই, দেশী ভাই বুলি আমি গৰ্ব কৰা হুজুৰসকলে প্রেষ্টিজ যোৱাৰ ভয়ত ইংৰাজী আৰু



হিন্দী মিলাই গৰ্‌গৰাই দুই এষাৰ হুকুম দিয়ে—জোৱানৰ সৈতে কথা! কি—কথা থাকিব পাৰে? জে-চি-অ'বোৰ কেনৈ? সমান ৰেঙ্কৰ মাজত কর্তাসকলে অসমীয়াতে কাচিৎহে দুটা এটা বাক্য ব্যৱহাৰ কৰে—ৰজাঘৰীয়া দায়িত্ব বাবেই হবলা বিদেশী শব্দবোৰে শোভাযাত্রা কৰি অচমীয়াটোক আঁতৰাই পঠায়। ক্লাবত বা কাৰবাৰ বঙলাত দুপৰ নিশালৈ চাহাবসকলে জমায়—পেগৰ পিছত পেগকৈ ওলায়, বটলবোৰ খালী হয়। হাঁহিৰ খলকনি, বাৰে ৰহনীয়া কথাৰ বানপানী আৰু অৰ্দালীক দিয়া হুকুমৰ হুঙ্কাৰে ৰাতিৰ পৰিবেশ চঞ্চল কৰি তোলে। হুজুৰক খানা দিবলৈ অৰ্দালীহঁতে দুপৰনিশালৈ কল্লমতিয়ায় বহি থাকে। সংখ্যালঘু জে-চি-অ' সম্প্রদায়ে অভিজাত-সকলৰপৰা কিঞ্চিৎ সম্মান পায়। মিঠাকৈ 'জমাদাৰ চাহাব শুনিয়ে' বুলি আৰম্ভ কৰি এশ এবুৰি হুকুম দিয়ে। জমাদাৰেও ডিউটি বুলিয়েই 'জী হুজুৰ' 'আচ্ছা হুজুৰ' বুলি শলাগি জোৱানহঁতৰ ওপৰত হুকুম চলায়হি—'চি-অ' চাহাব বলা হ্যায় এইচা হ'না চাহীয়ে, তেইচা নেহী হ'গা' ইত্যাদি। চুবেদাৰ মেজৰ—এছ-এম চাহাবক অৱশ্যে কর্তাসকলে সমীহ কৰে। এছ-এম চাহাবেই বেটেলিয়নবোৰৰ সৈতে বহুখিনি প্রত্যক্ষ সম্পর্ক ৰাখে। চাহাবসকলৰ কোনোজনে যদি মোলায়েম সুৰত 'এছ-এম-চাব্' বুলি মাত লগায়, তেন্তে 'জী-চাব্' বুলি হাঁহিটো মাৰি চেলুট দি এটেনশ্যন হৈ ৰয়—আদেশৰ প্রতীক্ষাত। এছ-এম চাহাবৰ প্রভাৱ জোৱানসকলৰ ওপৰত যথেষ্ট। তেওঁ সন্তুষ্ট হলে বহুত কাম হয় আকৌ অসন্তুষ্ট জোৱানে কেতিয়াবা চেলু বিচাৰি প্রতিশোধ লোৱাৰো গল্প শুনা যায়। কোনোবা এটা ৰেজিমেণ্টলৈ নতুনকৈ চি-অ' এজন আহক। দিনে-ৰাতিয়ে টং হৈ দোৰোল খোৱা জিভাৰে জোৱানকতো কথাই নাই—কথাই কথাই কোৱাৰ্টাৰ গাৰ্ড; এছ-এম চাহাবকো ডবিয়াই ধমকিয়াই কৈফিয়ৎ তলব কৰিবলৈ ধৰিলে। চেকিও ৱাৰমে লাড়াই কৰি এছ-এম চাহাবে হেনো তিনিটা

জাপানী সৈনিক বেয়নেটেৰে খুঁচি মাৰি মূৰ কেইটা বিলাতী কৰ্ণেল চাহাবৰ আগত দাখিল কৰি ৰিকমেচন্ পাইছিল। সেইটোক লৈ তেওঁ গৰ্বও কৰে। বিলাতী চাহাবে প্ৰশংসা কৰা প্ৰবীণ এছ-এম চাহাবক মেজাজ দেখুৱায় এজন নতুন কৰ্ণেলে! হাতছে নাই মাৰেগা, ভাতছে মাৰেগা বুলি এছ-এমে তিনিজন বিশ্বস্ত জোৱানক এদিন খুব ৰাম খুৱালে আৰু উচটাই দিলে—চি-অ' চাহাবকো পিটন দো আচ্ছা সে। হম হায়—পৰোৱা মৎ কৰ! ৰাতি চাহাব লাইন চেক্ কৰিবলৈ অহাৰ সুযোগতে তিনিও জোৱানে আচ্ছাসে ৰাস্তা দেখা দিয়া! পিছদিনা এছ-এমক লাজ লাজকৈ চি-অ'ই কথাটো কলত এছ-এম চাহাবে উস্ আস্ কৰি সমবেদনা জনাই কলে—এইবোৰ অনুসন্ধান কৰা মানে চোট লোকক আসৈ দিয়াহে হয়। গতিকে—কৰ্ণেল চাহাব মনে মনে থাকিল। এছ-এম চাহাবক সমীহ কৰা হ'ল। সেইটো অৱশ্যে ৰেজিমেণ্টৰ কথা। আমাৰ বেটেলিয়নত তেনে অঘটন হোৱা নাই।

জোৱানসকলৰো খানা-পিনা, নিৰ্ফৰ্ম, দাৱাই সব ফিৰি। বিয়া নকৰোৱাবোৰে বেৰেকত থাকিব লাগে। পৰিয়াল ৰাখিবলৈ বেলেগে ফিমিলি লাইন আছে। এটা সৰু কোঠালি, এফাল বাৰাণ্ডা আৰু গাতে লগা এটা ৰান্ধনী ঘৰ। দুটা বিজ্‌লী বাত্তিকা পইন্। সমূহীয়া পানীৰ টেপ এটা। বহুত সুবিস্তা। গাঁৱৰপৰা অহা ন-ছোৱালীয়ে ফিমিলি লাইনত পোনতে অসুবিধা পায়। বাৰে বৰণীয়া মানুহেৰে ফিমিলি লাইন। মাত-কথা ভিন ভিন। কেতিয়াবা কেতিয়াবা ইঘৰ সিঘৰত লগা খকা-খুন্দাৰ ফলত অভইচ মাতো ৰাতি দুপৰত শুনা যায়। পানীৰ কাৰণে কেতিয়াবা তৰ্ক-বিতৰ্ক। কেতিয়াবা কাজিয়া। খঙৰ ভমকত কোনোবাজনীয়ে কোনোবাজনীৰ বাল্টি আঁতৰাই গাৰ বলেৰে সিৰ সিৰকৈ পানী ওলোৱা টেপত নিজৰ বাল্টি পাতি কাজিয়া কৰে। সৰু সৰু ল'ৰা-ছোৱালীয়ে কাজিয়া



চাবলৈ জুম বান্ধে। কাৰবাৰ ঘৰত প্ৰেম-পীৰিতিৰ গোপন আলোচনা। ফুচ্‌ফুচীয়া মেল। অশ্লীল শব্দৰ কথা কটা-কটি। কাৰবাৰ ঘৰত তাচৰ আড্ডা। কাৰবাৰ ঘৰত অলপীয়াকৈ মদৰ আড্ডা। কুকুৰাৰ কক্‌ককনি। দুপৰ ৰাতিৰ ৰাও। কেঁচুৱাৰ টোপনি ভঙা কান্দোন। গানৰ সুৰ। বাঁহীৰ চেৰেং বেৰেং শব্দ। তাতে কাজিয়া। তাতে হাঁহি-ধেমালি। তাতে ঠাট্টা মস্কৰা। বেটেলিয়নৰ ফিমিলি লাইন মুখৰ হৈ থাকে।

চুবেদাৰ মেজৰ চাহাবে ফিমিলি লাইন নিচ্‌পেকচন কৰিবলৈ যায়। ঘৰ-দুৱাৰবোৰ কোনে কেনেকৈ ৰাখিছে, বাহিৰত ক'ৰবাত জাবৰ-জোথৰ পেলাই লেতেৰা কৰিছে নেকি চায়গৈ। এছ-এম চাহাব যোৱা দেখিলে লাইন তাপ মাৰে। ডাবি ধমকি দিবলৈ হলে তেওঁ কাৰো মুখলৈ নাচায়। বেটন জোকাৰি জোকাৰি তেওঁ পাক এটা মাৰোঁতে সৰু ল'ৰা-ছোৱালীবোৰৰ দুই এটাই এনেয়ে কয়—এছেম চাব্!

এছেমে হাঁহে সিহঁতলৈ চায়। শাসনৰ দৃঢ় মুখভঙ্গী ক্ষন্তেকলৈ শিথিল হয়। কাৰবাৰ চুলিত বন্ধা ৰঙা ৰিবনডাল লাহেকৈ টানি দি সোধে—খানা খায়া?

এই ইমান দুবলা হৈছ কেলেই! মাই ভাত নিদিয়ে?

তই কাৰ ল'ৰা হয়?

ফিমিলি লাইন চাফা ৰাখিব লাগে। ডিছিপ্লিন—

তিৰোতা মানুহ ওলাই বা ভুমুকি মাৰি চোৱা যেন পালে এছেমে উমৈহতীয়াকৈ নিৰ্দেশ দি গপ্‌গপাই ওলাই আহে। জেনানাৰ ইজ্জত দোচোৰা। গতিকে—

গতিকে ফ্ৰি নাগালেণ্ডত ইণ্ডিয়ান চিপাহীৰ থকাৰ অধিকাৰ নাই। দাজুৰ হাতত ফেডাৰেল নগা হ'মগাৰ্ডৰ ব্ৰিগেডিয়াৰে চিঠি এখন দি

পঠাইছে। নিজৰ ভালৰ কাৰণে ইণ্ডিয়ান চিপাহীয়ে ব্ৰিগেডিয়াৰৰ ওচৰত আত্মসমৰ্পণ কৰিব লাগে। তেতিয়াহলে বিনা ক্ষতি-খুনে সিহঁতে প্লেটুনটো ডিমাপুৰত থৈ আহিবগৈ।...যদি আত্মসমৰ্পণ নকৰি ফেৰ পাতিহে থাকে, তেনেহলে ভেৰি ষ্ট্ৰং নাগা হ'মগাৰ্ডে ইণ্ডিয়ান চিপাহীসকলৰ এজন এজনকৈ কাটি দেশৰ কণ্টক দূৰ কৰিব। নিজৰ মঙ্গল কামনা কৰাৰ চৰম মুহূৰ্তত ইন্দিয়ানসকল উপনীত হৈছেহি। গতিকে—

কাণফলা শবদেৰে মেঘে গাজিলে। লগে লগে বিজুলী। ওচৰতে—নহয় আমাৰ কেম্পতে বজ্ৰপাত হ'ল যেন লাগিল। কাণ-খন গুম্ গুমাই গ'ল।

দধীচি বামুণৰ কামিহাড় মূৰতে নপৰিবি অ'ই! লোকনাথে নিজকে কোৱাদি কলে।

হঠাতে এজাক বৰষুণ আকৌ আহিল। ৰিম ঝিম ৰিম ঝিম বৰষুণৰ শব্দ। মাজে মাজে মেঘৰ গাজনি। বিৰাট অন্ধকাৰে আবৰা আমাৰ কেম্প। লেমটো আৰু কমাই দিয়া হৈছে।

আৰু ওচৰৰ পৰা সিহঁতে যেন আমাক প্ৰচণ্ডভাৱে আক্ৰমণ কৰিছে। গুলীৰ শব্দই আকৌ ওচৰৰ পাহাৰ বজন জনাই গ'ল। অবিৰাম গুলী আহি আছে আমাকে লক্ষ্য কৰি।

জমাদাৰে থেম'কেডিমালৈ লেটেষ্ট্ চিটুয়েশ্যনৰ ৰিপ'ৰ্ট দিলে। পশ্চাদবাহিনীৰ প্ৰয়োজন আছে বুলিয়েই মিলিটেৰী বাহিনী এটা পগোবট'লৈ বুলি অগ্ৰসৰ হৈছে। 'উইথ ফুড্ এণ্ড ৱাটাৰ' ৰাজপুত ৰেজিমেণ্টৰ দলটো এঘণ্টাৰ ভিতৰতে পাবহি লাগে। তাৰ মানে, ৰাতি দহ বজাৰ ভিতৰত। আমাক তিনি ফালৰপৰা আক্ৰমণ কৰিছে বিদ্ৰোহী দলে। আমাৰ গুলীয়ে চাই-চিন্তি উত্তৰ দিছে আক্ৰমণৰ। অনুমানতে জধেমধে গুলী কৰা নাই। পশ্চাদবাহিনী সময়মতে আহি নাপালে ৰুটি পানী নাপাম। নাপালোৱেই জানিবা,



হাতৰ গুলী শেষ হব লাগিলেহে ক'লৈ যাওঁ গোপাল ক'লৈ যাওঁ কুপাল লাগিব। হাতত টমিগানটো লৈ জমাদাৰে ট্ৰেন্সৰ ইমূৰৰপৰা সিমূৰলৈ জোৱানসকলক উৎসাহ পৰামৰ্শ দি ঘূৰি ফুৰিছে।

আক্ৰমণ বন্ধ। হঠাতে মহা মৌনতাই বিৰাজ কৰিলে পগোবট'। কি যে এক ৰহস্য! নীৰৱতাৰ মাজতে যেন কিবা অবুজ সাঁথৰ এটাই দেও দি ফুৰিছে। সিহঁতে চো মাৰি খেদি আহি আক্ৰমণ কৰে; কিন্তু বোধহয় কিবা অমঙ্গল আশঙ্কাত উভতি যায়। আকৌ নতুন উদ্যমেৰে আৰম্ভ কৰে আক্ৰমণ; কিন্তু কিয় জানো পিছুৱাই যায়!

কট্‌ছিন্নু আউট পোষ্টত সন্মুখীন হোৱা দুৰ্যোগৰ কাহিনী কৈছিল হাজৰিকাই। আমাতকৈ আগতে হাজৰিকা আৰু মহন্তই 'যুদ্ধ'ৰ অভিজ্ঞতা সঞ্চয় কৰা বুলি সিহঁত দুজনলৈ আমাৰ ঈৰ্ষা হৈছিল।

কট্‌ছিন্নু অঞ্চলত আউট পোষ্ট পতা হৈছিল—যেতিয়া বিদ্ৰোহী নগাই চুৰ্চুৰীয়াকৈ অ'ত ত'ত দুই এটা আক্ৰমণাত্মক কাৰ্য আৰম্ভ কৰে। গুলীয়া গুলী বা মৰ্টাৰ আদিৰে হোৱা সজ্বৰ্ষৰ সন্মুখীন হৈ নোপোৱা জোৱানসকলে টপালি আছিল যুঁজিবলৈ। চ'তমহীয়া বতাহ আৰু চেগাচোৰোকা বৰষুণৰ মাজেদি, ব'হাগ মিঠা গৰম আৰু জেঠ ধাৰাসাৰ বৰষুণৰ মাজেদি পাৰ হৈ গ'ল। কট্‌ছিন্নু অ' পিত আক্ৰমণ বা তেনেকুৱা ধ্বংসাত্মক একো অঘটন হোৱা নাই। মোককচাঙৰপৰা এদিন মেচেজ পালোঁ—মোককচাঙৰপৰা আঠমাইল দূৰত প্ৰচণ্ড আক্ৰমণ কৰিছে বিদ্ৰোহী নগাই। দিন দিয়েক পিছতে মেচেজ পালোঁ মন অঞ্চলত হোৱা দুৰ্যোগৰ। ভিতৰুৱা অঞ্চলত গুলীয়া গুলী হব ধৰিছে, আমি যেন সাৱধানে থাকোঁ—হেড্‌কোৱাৰ্টাৰে দিছে। তথাপি কট্‌ছিন্নুত একো নাই। দূৰণিৰ খবৰবোৰ পাইছোঁ। কিন্তু আমি তেনে ধৰণৰ খবৰ দিব পৰা নাই। তথাপি আউট পোষ্ট একদম্ হুচিয়াৰ।

হেড্‌কোৱাৰ্টাৰৰপৰা মেচেজ আহিছে—কট্‌ছিন্নুৰ বেটেলিয়ন

অ'পি উইড্ৰ কৰিব লাগে। মটৰ পঠাব পৰা নহব, সেয়ে বস্তীৰ গাঁওবুঢ়া আৰু দোভাষীৰ সহায়ত মাল-বস্তুবোৰ প'র্টাৰৰ হতুৱাই কঢ়িয়াই চেমিনিউ আর্মি বেচ কেম্পত ৰিপ'র্ট কৰিবগৈ লাগে।

হুকুমটো শুনাই দি জমাদাৰে আমাক সাজু হবলৈ কলে।

ভালেই হ'ল ভায়া। একো অঘটন নোহোৱাকৈ যাব পাৰিলোঁ। মহন্তই হাজৰিকাক বলে।

ভালনো ক'ত হ'ল প্ৰভু। হাতৰ নিচানা থিক আছে নে নাই চাবকে নহ'ল দেখোন!

তোমাৰ ভয় লাগিছে নেকি ভায়া? হাজৰিকাই মহন্তক সুধিলে।

নাই। তথাপি এইবোৰ ভাল নালাগে।

প্ৰভুৰ বৰ চিন্তা জীৱ হত্যা হয় বুলি। আচলতে ভয়হে নেকি! নায়ক সন্দিকৈয়ে মহন্তৰ ভয়ৰ কথা জানে আৰু সুবিধা পালেই জোকায়। মহন্তই খং নকৰে। শুকান হাঁহি এটা মাৰি মনে মনে থাকে।

হুকুমটো শুনাৰ পিছত সন্দিকৈয়ে মহন্তক কলে প্ৰভুৰ কথাই ৰজিল। আমি ৰক্তবীজহঁতে যুদ্ধ দে যুদ্ধ দে কৰোঁতেই গ'ল।

চেমিনিউ বেচ কেম্প অভিমুখে যাত্ৰা আৰম্ভ হ'ল। যিখন গাঁৱত গাঁওবুঢ়াৰ বাহিৰে, বুঢ়া আৰু বেমাৰী মতা-তিৰোতা আৰু সৰু ল'ৰা-ছোৱালীৰ বাহিৰে আন প্ৰাণী নাছিল সেই গাঁওখনৰপৰা গাঁওবুঢ়াই বাৰজন ডেকা ল'ৰা প'র্টাৰ হিচাপে লৈ আহিল। সিহঁতে আমাৰ কিছুমান বিছনা-ট্ৰাঙ্ক হোৱাত তুলি ললে। অস্ত্ৰ-শস্ত্ৰবোৰৰ উপৰিও আমাৰ পিঠিতো কিছু পৰিমাণ ওজনৰ মাল-বস্তু। চিঙ্গোল কলাম শাৰী পাতি আমি আগবাঢ়িছোঁ। দুপৰীয়াৰ ৰ'দ আৰু জিৰ্ জিৰ্ বতাহৰ মাজেদি। ঠেক বাটটো। অকোৱা পকোৱা। এপিনে পাহাৰ। আনপিনে কুৰুং। যাত্ৰা আৰম্ভ হোৱাৰ আগতে প্লেটুন



কমাণ্ডাৰে হুকুম দিছিল—কথা নাপাতিবলৈ। সাৱধান আৰু সতর্কতাৰে আগবাঢ়িবলৈ। দুটা পাহাৰৰ টিলাৰ মাজেদি বাটটো যেন সৰকিহে গৈছে। তেনেই ঠেক আৰু বৰকৈ পোহৰ নপৰা সেই ঠাইডোখৰ। সেইখিনি পোৱাৰ লগে লগে এটা গুলীৰ শব্দই আমাক চমক খুৱালে। পজিশ্যন লবলৈ জমাদাৰে সঙ্কেত দিলে। লগে লগে ধাৰাবাৰ গুলীৰ আক্ৰমণ আমাৰ ওপৰত। যিয়ে যেনেকৈ পাৰোঁ পেট পেলাই আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিলোঁ।

হেল্ল' পগোবট'—হেল্ল' পগোবট'—লাছামী কৰ্ ছিংছে বল্তা—পগোবট'—

ৰাতি দহ বাজি গৈছে। লাজামি ক্ৰচিঙৰপৰা ৰাজপুত ৰেজিমেণ্টে মেচেজ দিছে। লাজামিত সিহঁত আৱদ্ধ হৈ আছে। তিনি ঘণ্টা সময়। আগুৱাই আহিবও নোৱাৰে। পিছুৱাই যাবও নোৱাৰে। থেমকেডিমাৰপৰা পগোবট'লৈ আহোঁতে বাটত এটা তিনি আলি পায়। আনটো বাট গৈছে লাজামী বস্তীলৈ। লাজামি ক্ৰচিং বুলিয়ে জনা যায় সেইখিনিক। তিনিওটা বাট পাহাৰৰ মাজেদি এনেভাৱে গৈছে যেন সুৰঙ্গ পথহে। ওখ ওখ পাহাৰে আগুৰি আছে বাট কেইটা। থিয় পাহাৰ। দ কুৰুং। ঠেক বাট। আমাক সহায় কৰিবলৈ অহা ৰাজপুত ৰেজিমেণ্টৰ দলটো সেইখিনিতে জব্দ হৈ আছে। পাহাৰৰ ওপৰৰ তিনিফালৰপৰা বিদ্ৰোহী দলে আক্ৰমণ কৰিব পাৰে। প্ৰতিৰোধ কৰা কঠিন। পজিশ্যন লবলৈ সুচল নাই। তাতে ওপৰলৈ চলাব লাগে গুলী। বিদ্ৰোহীৰ সকলোফালৰপৰা সুবিধাজনক এই ক্ৰচিংটো। এন্ধাৰ ৰাতি আমাৰ পশ্চাদবাহিনী যে লাজামি ক্ৰচিং পাৰহৈ আহিব পাৰিব—সন্দেহ।

কট্ছিন্নু কেম্প উইড্ৰ কৰি বেচ কেম্পলৈ অহাৰ পথতো সিবাৰ এনে অৱস্থাতেই পৰিছিল বেটেলিয়ন দল। সজ্বর্ষৰ ওৰ পৰিছিল। হানি-বিঘিনিও উল্লেখযোগ্যভাৱে একো নহ'ল। নগা লেবাৰ এটাৰ

গাত বুলেটে চুই গৈছিল। সামন্য আঘাত। তৈজ বিৰিঙা বিধৰ। তাতেই সিহঁত গৰম। মাল-বস্তু বুকিব নোৱাৰে—চুপচাপ ৰবে বস্তু তাতে এৰি সিহঁতৰ কেইজনমান গুচি গ'ল। অলপ পিছতে গাঁওবুঢ়া হাজিৰ ৰুদ্ৰৰূপ ধৰি। সি আহিয়েই বাকী থকা লেবাৰ কেইটাক হুকুমৰ সুৰত কিবা এটা কলে। সিহঁত এফলীয়াকৈ থিয় হ'ল। যাবলৈ পিঠি ঘুৰাই দুখোজ গৈ গাঁওবুঢ়াই উভতি আহি কলে—মাল বুকিবলে' বস্তী মান্নু দি কেনে চৰকাৰকে মদত কৰিছে, লেকিন লাইফ্ খটম হবলৈ হলে কোনে দিব ? নহব, মই মান্নু' নাযাব।

জমাদাৰৰ বুজনিত গাঁওবুঢ়াৰ আকৌ মন ঘূৰিল। সি লেবাৰ কেইটা দিবলৈ মান্তি হ'ল। তথাপি তাৰ খংটো মাৰ যোৱা নাছিল। বহুতো সময় বিৰ্‌বিৰাই আছিল অকলে অকলে। তাৰ পিছত আচ্ছা যাবি বুলি লেবাৰ কেইটাকো কিবা নিৰ্দেশ দি তাৰপৰা গুচি গ'ল। আমি গলো নে নাই চাবলৈ বৈ নাথাকিল।

তেনেহলে তোমালোকে ভালে ভালেৰেই চেমিনিউ পালাহি ?

সেইদিনাৰ দুৰ্যোগতে শেষ কৰি চেমিনিউ পালেহিতো ভালৰে কথা আছিল। আলচা কথা নহয় সিদ্ধি—

তাতেই নেকি পুনৰ ?

দ্বিতীয়বাৰৰ আক্ৰমণৰ তিতা অভিজ্ঞতা আৰু মহন্তৰ নাৰ্ভাছ-নেছৰ কথা মনত থাকিব ভাই।

এঘাৰ বজাত লাজামি ক্ৰচিঙৰপৰা শেষ মেচেজটো পালোঁ—পশ্চাদ-বাহিনী বিফল হৈ বেচ কেম্পলৈ উভতি গৈছে।

ওজৰ-আপত্তি কাৰো মুখত একো নাই। আবেলি চাৰি বজাতে লোৱা পজিশ্যনতে সকলোবোৰে পেট পেলাই পৰি ডিউটি কৰিছে। লৰচৰ নাই। কথা নাই। বিৰক্তি ভাগৰৰ কথা পাহৰি ডিউটিত আত্মসমৰ্পণ কৰিছে। ধৈৰ্য আৰু বিবেচনা শক্তি অটুট থাকিলে হেজাৰ দুৰ্যোগেও টলাব নোৱাৰে। ক্লান্তি অবসাদে আসৈ নাপায়।



কট্‌ছিন্নুৰপৰা চেমিনিউলৈ যোৱা দলটোৰ যি অৱস্থা হৈছিল তাতকৈ আমি বহুতো আৰামত আছোঁ। পৰিকল্পিতভাৱে সজাই লোৱা পেৰিমিটাৰ এটাৰ ভিতৰত থাকি আক্ৰমণ প্ৰতিৰোধ কৰিছোঁ। লাজামি ক্ৰচিঙত ৰাজপুত ৰেজিমেণ্টৰ দলটোৱে সন্মুখীন হোৱা দুৰ্যোগ আমাতকৈ নিশ্চয় বহুত বেছি। ৰাজপুত ৰেজিমেণ্ট উভতি যোৱা শুনি হাজৰিকাই কোৱা কাহিনীয়ে ভুমুকি মাৰিছে।

কট্‌ছিন্নুৰ বাটৰ ধূলি গাৰপৰা জোকাৰি পুনৰ মাৰ্চ কৰি সন্ধিয়াৰ আগে আগে ইউনিটটো নট্‌ছিন্নু বস্তীৰ ওচৰ পালেগৈ। কট্‌ছিন্নুৰপৰা বেচকেম্প চেমিনিউ সোতৰ মাইল। হেড্‌কোৱাৰ্টাৰে হয়তো ভাবিছিল পুৱাতে মাৰ্চ কৰিলে গধূলিৰ লগে লগে প্লেটুনটো বেচ কেম্প পাবহি। বাটত কিবা অঘটন ঘটিব পৰা কথাটো তেওঁলোকে ভবাই নাছিল। আৰু নভবাটোহে হ'ল। নট্‌ছিন্নু বস্তী পোৱা মানে তেওঁলোকে অতিক্ৰম কৰিছে প্ৰায় পাঁচ মাইল পথ। ৰাতিৰ এন্ধাৰত আগবঢ়াতো সমীচীন নহব ভাবি নট্‌ছিন্নু বস্তীৰ ওচৰতে থকা প্ৰাইমাৰী স্কুল ঘৰটোত প্লেটুনটোৱে ৰাতিটো কটোৱাৰ কথা ভাবিলে। এন্ধাৰ হৈ অহাৰ আগে আগে সম্ভাব্য দুৰ্যোগৰ সন্মুখীন হবলৈ লৰালৰিকৈ এটা পেৰিমিটাৰ কৰি লোৱা হ'ল। ঘৰটোক মাজতে লৈ। অনতিদূৰত নট্‌ছিন্নু বস্তী। উৰলি যোৱা স্কুল ঘৰটোৰপৰা অলপ নিলগতে হৰ্‌হৰাই বৈ গৈছে পাহাৰী নিজৰা এটা। ঘৰটোৰ ভিতৰখন তেনেই লেতেৰা হৈ আছিল। কাঠৰ টুকুৰা, দলি চপৰা, এলান্ধুৰে তল ওপৰ ভৰা। চাফা কৰোঁতে চুঙা বাহুলি কেইটামানে ধপ-ধপালে। দুজন লেবাৰ লগত লৈ জমাদাৰ চাহাব বস্তীলৈ গৈছে গাঁওবুঢ়াক লগ ধৰিবলৈ। ৰাতিটো কোনোমতে কটাই দি পুৱাতে যাত্ৰা কৰিব লাগিব বেচ কেম্পলৈ বুলি। ইতিমধ্যে মাল কঢ়িওৱা লেবাৰ কেইটা গুচি গৈছে। কেতিয়া কেনি গ'ল কোনেও গমকে নাপালে। লেবাৰ নহলে গোটেইবোৰ

বস্তু কঢ়িয়াই নিবলৈ টান হব। যদি হঠাতে সিহঁতে আক্ৰমণ কৰে!

কিন্তু না—নট্‌ছিন্নু বস্তীতে মতা মানু' একটাভী নাই।

কেলেই ?

চৰ্টু জঙ্গল পার্টিতে গুচি গৈছে।

আপুনি নোৱাৰিলে চবকাৰক মদৎ কৰিবলে' নট্‌ছিন্নু বস্তীতে আৰু মানু' নাই গাঁওবুঢ়া। জমাদাৰে তোষামোদৰ সুৰত কলে।

কিবা এটা ভাবি গাঁওবুঢ়াই অলপ সময় তলকা মাৰি থাকি কলে, থিক আছে। চবকাৰ লাগা কাম। মই মদৎটু কৰিবই লাগিব আৰু। নট্‌ছিন্নু বস্তী নহলে ফিৰ' বস্তী পৰা হলেভী লেবাৰ আনি কেনে মাল বুকিব দিব। হাঁ, তাইখানভী টাকা পাব না ?

নট্‌ছিন্নু বস্তীৰপৰা ফিৰ' বস্তী তিনি মাইল দূৰত। ৰাতিৰ ভিতৰতে সি যে ফিৰ'ৰপৰা লেবাৰ আনি দিব—সন্দেহ। অৱশ্যে মেজাজ থিক থাকিলে প্ৰাণটাকি চেষ্টা কৰিব গাঁওবুঢ়াই। ফিৰ'হে নালাগে নিজৰ বস্তীতে লেবাৰ নিবিচাৰি গাঁওবুঢ়াই নিৰ্বিকাৰ মনে মধু খাই ৰাতিটো পাৰ কৰি দিবও পাৰে। তাতে চেমা অঞ্চল। বিদ্ৰোহী দলৰ প্ৰধান কেন্দ্ৰস্থান।

ৰাতি কোনো শোৱা নাই। ছেন্ট্ৰি পোষ্টত দুজন ছেন্ট্ৰি। বাকীবোৰেও প্লেটুন কমাণ্ডাৰৰ নিৰ্দেশ মানি বিনা বাক্যব্যয়ে পজিশ্যন লৈ পৰি আছে। যি কোনো মুহূৰ্ততে যাতে বিপদ ভেটিব পাৰে তাৰে সাধ্যমতে কৰা ব্যৱস্থা। হেড্‌কোৱাৰ্টাৰ আৰু বেচ কেম্পত সকলো কথা জনাই দিয়া হৈছে। বেচ কেম্পে পশ্চাদবাহিনী পঠাই দিব বুলি কৈছে।

দলটোৰ সকলোৰে মনত আনন্দ। ৰাতিটো একো দুৰ্যোগ নোহোৱাকৈয়ে সুকলমে পাৰ হৈ গৈছে। সম্পূৰ্ণ মৌন নিশা। গুলী নাই। চিঞৰ-বাখৰ নাই। নাই নে নাই মেঘৰ গাজনি বা বৰষুণ



এটোপালো নাই। ৰাতিপুৱাতে কেইজনমান ওচৰৰ নিজৰাটোত মুখ ধুবলৈ আৰু হেভাৰচেকত পানী ভৰাই লবলৈ গৈছে। এজনে বাল্টি নিছে এটা। এটাইবোৰ নিজৰালৈ যোৱাটো সুবিধাজনক কথা নহয়।

ছেন্ট্ৰি পোষ্টৰ ডিউটিয়ে কিন্তু মন কৰি আছে। চকুত পৰিছিল নিজৰাৰপৰা উভতি আহিব ধৰা কেইজনৰো। সিপাৰৰ অৰণ্যৰ ওচৰত গা দেখা দি কেইজনমান বিদ্ৰোহী নগাই কেম্পটোলৈ চাই আছে। অলপ পিছতে সিহঁতে আঁৰ ললে। নিজৰালৈ যোৱা কেইজন কোবাকুবিকৈ আহি কেম্পত সোমালহি। ততালিকে গৰজি উঠিল সিহঁতৰ ৰাইফল। একেলগে বহুতো ৰাইফল আৰু লাইট মেছিন গানৰ গুলী কেম্পৰপিনে আগবাঢ়ি আহিছে। আৰু অলপ পলম হলেই হয়তো নিজৰাৰ পাৰতে বেটেলিয়নৰ কেইজনমান জোৱানৰ কৰুণ মৃত্যু হ'লহেঁতেন।

উচুপি উচুপি মহন্তই কান্দিছে। বৰ ভয়াতুৰ মানুহজন। চাকৰিত সোমাল কিন্তু সাহস নহ'ল। অলপতে বৰ ভয় খায়। তাতে প্ৰথমবাৰৰ কাৰণে সঁচা সঁচিকৈয়ে গুলীৰে কৰা আক্ৰমণৰ সন্মুখীন হৈছে।

ভয় নকৰিবি—থিক হৈ যাব নহয়!

আমি ইয়াতে মৰিম ঐ!

লাহে লাহে ট্ৰেন্সলৈ চুচৰি চুচৰি আহি থাক। মোৰ কাষে কাষে।

নাই ভাই মই নোৱাৰোঁ। গুলীবোৰ মূৰতে সোমোৱা যেন লাগে।

স্কুল ঘৰটোৰ মজিয়াত মাথোন হাজৰিকা। ওচৰতে থকা ট্ৰাঙ্ক আৰু বিছনাকেইখনমান চাৰিওফালে দি নিৰাপত্তাৰ ব্যৱস্থা এটা সি কৰি ললে। তাৰেপৰা সি মেচেজ দি থাকিব আৰু মেচেজ বিচিভ

কৰিব। ট্ৰেন্সলৈ যোৱাৰ উপায় নাই। ট্ৰেন্সমিটিং চে'ট আৰু বেটাৰীবোৰ যথেষ্ট গধুৰ। কঢ়িয়াই নিব নোৱাৰি অকলে অকলে। ওচৰতে থকা পেট্ৰল টেঙ্কিটো মূৰৰ ফালে দি ললে সি। তাৰ পিছত হেড্‌ফ'নটো মূৰত লগাই পেট পেলাই পৰি থাকিল।

আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ সমানে চলি আছে। মাথোন গুলীৰ শব্দ। ঠং কৰে শব্দ এটা হ'ল। পেট্ৰল টেঙ্কিটোত বুলেট এটাই খুন্দা মাৰিছিলহি। সৰু দাগ এটা হৈছে। আৰু একো নাই পৰা কৰিব।

টেঙ্কিটো নাথাকিলে বুলেটটোৱে মোৰ মূৰতে দাগটো কৰিলে-হেঁতেন!

ঘৰৰ ওপৰেদি গুলী জাকে জাকে পাৰ হৈ গৈছে। কেতিয়াবা চুকত থকা চুঙা বাহুলি কেইটাই ধপ্‌ ধপাই উঠে। এইবাৰ সেই কেইটাই ঘনাই ধপ্‌ ধপাইছে। দিনততো সিহঁতে লৰচৰ নকৰে!

ট্ৰাঙ্ক এটাৰ ওপৰত আৰু এটা ট্ৰাঙ্ক তুলি দি অলপ ৰলোঁ। চালৰপৰা ধোঁৱা ওলাইছে। ক্ৰমে ধোঁৱাবোৰ ঘন হৈ পৰিছে। খেৰ পোৰাৰ থুচ থুচ শব্দ। গুলীৰ শব্দ। এনে অৱস্থাত থিয় দিয়াটো নিৰাপদ নহয়। ইতিমধ্যে ঘৰৰ বেৰত অসংখ্য ফুটা কৰিছে বুলেটবোৰে। অলপ বতাহ পালেই জুইকুৰা জ্বলি উঠিব। তৎক্ষণাত কামটো কৰি পেলাম। এই সিদ্ধান্ত লৈ মই থিয় দি খেৰ কিছুমান আজুৰি উলিয়াই পেলালোঁ। আৰু এক চেকেণ্ড পলম হলেই লাইট মেচিন গানৰ গুলায়ে পালেহেঁতেন। সাৰি গলোঁ ভাগ্যে।

সিহঁতৰ আক্ৰমণ নিবিড় হৈ আহিছে। ছেন্ট্ৰি পোষ্টৰ পিনৰপৰা সিহঁতে প্ৰাণটাকি আক্ৰমণ চলাইছে। থৈয়া নথৈয়া ৰণ। কাৰো সময় নাই ক্ষন্তেক জিৰণি লোৱাৰ। কাৰো সময় নাই এইমিং প্লেটৰপৰা দৃষ্টি আঁতৰাই অনাৰ।

সজ্ঘৰ্ষৰ মাজতে তৃতীয় দল এটাই চলোৱা গুলীৰ শব্দ যেন



লাগিল। নহবওতো পাৰে। হবও পাৰে। হঠাতে সিহঁতে আক্ৰমণ বন্ধ কৰিলে। নট্‌ছিনুৰ অস্থায়ী কেম্প নীৰৱ হৈ পৰিল, কিন্তু গুলীয়া-গুলীৰ শব্দ শুনা গ'ল অলপ দূৰৈত।

এটা শব্দ ওচৰ চাপি আহিছে। নহয়—গুলীৰ নহয়। মটৰৰ। তুখন থ্ৰি-টনাৰ লাহে লাহে ওচৰ চাপি আহিছে।

অসম ৰাইফলছ। পশ্চাদবাহিনী। ঠিক সময়তেই যাত্ৰা কৰিছিল; কিন্তু কেবাঘণ্টাও লাগি-যুঁজিহে বাট উলিয়াই আহিব-লগীয়া হোৱাত কেবাঘণ্টাও পলম হ'ল।

পলম হৈছে শিখ লাইট ইনফ্ৰেন্টিৰো। কালি উভতি গৈছে ৰাতি এঘাৰ বজাত। আজিও আহিছে, আৰু লাজামি ক্ৰচিং পাৰ হবলৈ কৰা যত্ন-চেষ্টা ব্যৰ্থ হৈছে। কি হব নহব আমি একো ধৰিব পৰা নাই। সময়বোৰ আগবাঢ়িছে। দ্বিতীয় দিনটোও ক্ৰমে পাৰহৈ ৰাতি আগবাঢ়ি আহিছে। আমাৰ ভাগৰ লাগিছে। ভোকো লাগিছে। শ্ৰান্তি আৰু ক্লান্তিয়ে আমাক হেঁচা মাৰি ধৰিব খোজে, ধৈৰ্যৰে আঁতৰাই আছোঁ। সকলো নীৰৱ। আমাৰ মুখত কথা নাই। বিৰক্তিৰ প্ৰকাশো নাই। আক্ৰমণৰ ক্ষণ গণিছোঁ। তুপৰ নিশা পাৰ হৈ গৈছে। সন্ধিয়া এবাৰ আক্ৰমণ কৰিছিল সিহঁতে। কেইমিনিটমান। তাৰপিছত আৰু নাই—তুপৰ বাগৰি শেষ নিশাৰ-পিনে সময়বোৰ ঢাল খাইছে। পুৱতি নিশা। আমাৰ চকুবোৰ তন্দ্ৰাই হেচা মাৰি ধৰিব খোজে।

পুৱতি নিশা আক্ৰমণ আৰম্ভ কৰিছিল। তীব্ৰ আক্ৰমণ। সেই আক্ৰমণৰ মাজতে নীলা আকাশত ৰঙা বেলিটো ওলাই পুৱাৰ জুৰ বতাহ বলিছে। গুলী বন্ধ হয় সাত বজাত।

প্ৰথমবাৰ শিখ এল-আইৰপৰা পোৱা এই বাতৰিটোত আমি আনন্দিত আৰু উত্তেজিত হৈ উঠিছিলোঁ। এতিয়া নিৰ্বিকাৰ। ৰুটি আৰু পানী লৈ আহি থকাৰ বাতৰি পুৰণি হৈ গ'ল; কিন্তু আহি

পোৱাহি নাই সেই ৰুটি আৰু পানী। আজিও পুৱা ছবজাতে সেই মেচেজকে দিছে। হয়তো কোনোবা এটা সময়ত লাজামী ক্ৰছিঙৰ-পৰা ব্যৰ্থ হৈ উভতি যোৱাৰ বাতৰিটো পাম। হয়তো পাবহিও পাৰে।

ওচৰ চাপি আহিছিল বিদ্ৰোহী দল। পুৱাৰ পোহৰতো মৰ সাহসেৰে সিহঁতে আগবাঢ়ি আহি ওচৰৰপৰা আক্ৰমণ কৰিছে। যেন কেম্প দখল কৰাৰ শেষ চেষ্টা।

এইবাৰ ব্যৰ্থ হ'ল বিদ্ৰোহী দল। লাজামি ক্ৰছিঙত হোৱা তুমুল সজ্বৰ্ষত জয়লাভ কৰিছে চেকেণ্ড শিখ এল আইৰ জোৱানে। শিখ এল আইৰ অগ্ৰগতিক এইবাৰ সিহঁতে বাধা দিব পৰা নাই।

মেচেজ মতে, সিহঁতে আমাক আক্ৰমণ কৰা দলটোলৈ মৰ্টাৰ মাৰি আগবাঢ়িছে। মৰ্টাৰৰ শব্দ আমাৰ কাণত পৰিছে। বিদ্ৰোহী দলে গুলী কৰিবলৈ এৰিছে। সিহঁত হুহকি যাবলৈ এইবাৰ বাধ্য।

আমাৰ অ' পিৰপৰা সমস্বৰে চিঞৰিলে—জয় হিন্দ্‌!

অনতি দূৰৰপৰা সহাঁৰি জনালে পশ্চাদবাহিনীৰ জোৱানে—জয় হিন্দ্‌!

হেড্‌ কোৱাৰ্টাৰলৈ মেচেজ দিলোঁ—পশ্চাদবাহিনী আজি পুৱা সাত বজাত পালেহি।

দুপৰীয়া চেমিনিউ আৰ্মি কেম্প পালোঁহি। ৰাজপুত ৰাইফলছ্‌ৰ বিৰাট কেম্প। ৰেজিমেণ্টটোক চমুতে বোলা হয় 'ৰাজ ৰিফ'। কোহিমা—আমাৰ হেড্‌ কোৱাৰ্টাৰলৈ আৰু উনৈশ মাইল বাট বাকী। আমি আটাইবোৰেই ভাগৰুৱা যদিও মনোবল হেৰুওৱা নাই। আজিয়েই কোহিমালৈ যাওঁ বুলি আমাৰ জমাদাৰে ৰাজ ৰিফৰ এছ, এমক কলত এছ, এম-এ উপদেশ দিলে যোলে বেটেলিয়নটো আউট পোষ্টৰপৰা আহিছে—যথেষ্ট শ্ৰম কৰি। লগত আৰ্মি সহায় নোলোৱাকৈ, দুৰ্যোগৰ সম্ভাৱনাতো আছেই—কিয় যাব



লাগিছে। ৰাতিটো ৰাজ ৰিফ কেম্পতে থাকি পুৱা যাত্ৰা কৰাটোহে সমীচীন হব। লগত ৰাজ ৰিফৰ পেট্ৰলিং ট্ৰুপ যাব। আমিও মান্তি হলোঁ। পগোবটোৰপৰা চেমিনিউ আৰ্মি ক্ৰেম্প পোৱা আৰু কাইলৈ পুৱাতে ৰাজ ৰিফৰ তত্বাৱধানত কোহিমালৈ যাত্ৰা কৰিম বুলি আৰ্মি চে'টৰ যোগেদি আমাৰ চি, অ'লৈ মেচেজ এটা দিয়ালোঁ।

চেমিনিউ—ৰাজ ৰিফৰ কেম্প। চাৰিওপিনে গছৰ দাল, মাটি, বালি আৰু শিলেৰে গড় মাৰি লোৱা বিৰাট এলেকা এটা। গড়ৰ ভিতৰতে ট্ৰাক, জীপ, মটৰ চাইকেলৰ গেৰেজ, আৰ্মি কেণ্টিন, এম, আই ৰুমৰপৰা অফিচাৰসকলৰ ক্লাবলৈকে সকলোবোৰ। গড়ৰ ওচৰৰ কাঠ এডালত বহি বাহিৰলৈ এনেয়ে চাই আছোঁ। আবেলিৰ বেলি ক্ৰমে পশ্চিমৰ আকাশলৈ নামি গৈছে। বতাহ বলিছে ৰিব্‌ ৰিব্‌কৈ। শেতা ৰ'দৰ চেকুৰাবোৰ গছে-পাতে লাগি আছে। উজ্বল আৰু নিৰ্মল আকাশ। পানী কঢ়িয়াই অনা ট্ৰাকখন ঢলং পলংকৈ ভিতৰলৈ সোমাই আহিল। ড্ৰামবোৰৰপৰা পানী চিটিকি পৰিছে। কেম্পৰ বাহিৰৰপৰা পানী আনিব লাগে। এখন ট্ৰাকত পানী আহে, আৰু দুখন ট্ৰাকত পেট্ৰল ডিউটিৰ জোৱান। যথেষ্ট সাৱধানে পানী আনিবগৈ লাগে। ভলী আৰু বাস্কেট বলৰ ফিল্ডত ঠায়ে ঠায়ে ঘাঁহ গজিছে। নেট তৰিবলৈ পোতা খুটা কেইটা থিয় দি আছে। আৰু থিয় দি আছে দুখন জীপ। খৰালি কোহিমাতো পানীৰ অভাৱ হয়। নগৰৰ উপকণ্ঠৰ ৰাইজে পানী বিচাৰি বহু দূৰ পায়গৈ। জান-জুৰিৰ পানী শুকায়। গড়কাপ্টানীৰ পানীৰ টেপ থকা ঠাইবোৰত সিহঁতে জুম বান্ধেহি। একলহ পানীৰবাবে এবেলা কটাই অপেক্ষা কৰে; কেতিয়াবা জিব্‌ জিব্‌কৈ পানী ওলাই থকা টেপটো বন্ধ হৈ যায়। নিৰাশ হৈ সিহঁতে আন ঠাইলৈ আগবাঢ়ে—ক'ৰবাত কিজানি টেপ আছে! পাহাৰৰ নামনি আৰু এঢলীয়াৰ পথাৰবোৰত বন গজি ওখ হৈ উঠিছে। হাবি-বননিৰ মাজে মাজে বাৰিষাৰ নিজৰা বৈ গৈছে

সশব্দে। বাৰিষাৰ পথাৰত নগা চহা এটাও নাই। বিদ্ৰোহী দলৰ ভয়ত সিহঁত পথাৰলৈ যোৱা নাই। মৌন আৰু নিঃশব্দতাৰ মাজত মাথোন নিজৰা বৈ যোৱাৰ শব্দ। পথাৰৰপৰা উভতি অহাৰ সময়ৰ হাঁহিৰ খিলখিলনি আৰু ওৰ নপৰা কথাৰ গুণ্ গুণনি নাই। বাহিৰত কোনো নাই ক'তো। বহুতে ভবা নাছিল—নগা পাহাৰৰ বিদ্ৰোহে এনে ভয়ঙ্কৰ আৰু ক্ষয়ঙ্কৰ ৰূপ লব বুলি। ভবা নাছিল হয়তো চৰকাৰৰ উচ্চপদস্থ বিষয়াসকলে, আৰু মন্ত্ৰী মিনিষ্টাৰসকলেও। নাইবা তেওঁলোকক কৰ্তব্যৰত ইয়াৰ বিষয়াসকলে ভুল বতৰাৰে বিভ্ৰান্ত কৰিছিল। মুঠতে নভবা কথাবোৰেই হ'ল। মুখ্যমন্ত্ৰীয়ে হাঁহি হাঁহি সিদিনা মাথোন নগা পাহাৰ পৰিভ্ৰমণ কৰি গৈছে। আত্মীয়তাৰ চিন স্বৰূপে তেওঁ নিজ হাতে বিলালে—গাঁওবুঢ়া আৰু দোভাষীসকলৰ মাজত বঙা কম্বল, ডেকা আৰু ছাত্ৰহঁতৰ বহুতে পালে হাতঘড়ী আৰু ফাউণ্টেন পেন। মন্ত্ৰীকে ধৰি তেওঁৰ অনুচৰসকল সন্তোষিত। ক'তো একো অঘটন হোৱা নাই—সকলোৱে হাঁহি হাঁহি 'হেণ্ডছেক' কৰি 'প্ৰেজেণ্ট'বোৰ লৈ মন্ত্ৰীৰে ইংৰাজীতে দুষাৰ কথা পাতিছে, হাঁহি হাঁহি গুচি গৈছে। মিছা—এইবোৰ মিছা গুজব। নগা পাহাৰত বিদ্ৰোহী দল এটাৰ সংগঠন হব পাৰে, তেওঁলোকে স্বাধীন নগা ৰাজ্যৰ দাবী কৰিব পাৰে, কিন্তু সশস্ত্ৰ চৰকাৰ বিৰোধী অভিযান? অসম্ভৱ! ইম্‌পছিব্‌ল্! মুখেৰে বহুতে বহুত কথাই কব পাৰে। কৃতকাৰ্যতা লাভ কৰিছে কিমানে? ইয়াতো সেয়েই হব। কিন্তু সেয়েইতো নহ'ল। হ'ল বিপৰীত। হাবি-বননিৰ আঁৰে আঁৰে বৈ যোৱা নিজৰাৰ পানী ওচৰলৈ গৈ নাচালে দেখা নোপোৱাৰদৰে নগাপাহাৰৰ এচাম লোকৰ মাজত সংগঠিত হোৱা বিপ্লৱৰ স্ব ৰূপটোও কোহিমা নাইবা শ্বিলঙৰপৰা বেঙা মেলি 'চালে দেখা নাপায়। দেখা নোপোৱাবাবেই বেছি ভাগ এই বিষয়ক ৰিপ'ৰ্টকেই অতিৰঞ্জিত বুলি হয়তো ধৰা হৈছিল। সম্প্ৰীতি আৰু



বন্ধুত্ব স্থাপনৰবাবে, অন্তৰ বিনিময়ৰ কাৰণে, পৰ্বত আৰু ভৈয়ামৰ মাজত নিবিড় সম্বন্ধ স্থাপনৰ অৰ্থে দুখনমান বঙা কম্বল আৰু কেইটামান হাত ঘড়ীৰ জিলিকনিয়েই যথেষ্ট বুলি ভবা হ'ল। নিজৰাটো বৈ যোৱাৰ পিনে চালোঁ। সেউজীয়া গছ-বননিবোৰ আসন্ন গধূলিৰ এন্ধাৰত ক'লা হৈ আহিছে। নিজৰাৰ শব্দটো যেন অধিক গহীন। হঠাতে মোৰ মনত পৰিল হিয়ালি জিয়ালিকৈ কান্দি থকা মানুহ এজনীৰ মুখ। বিন্দু মৰিল। মাকৰ একেটি পুতেক বিন্দু। গড়কাপ্তানীৰ ট্ৰাক ড্ৰাইভাৰ বিন্দু সোণাৰ। সুঠাম গোৰ্খালী ডেকা। কোনেও ভবা নাছিল। বিন্দুয়েও ভবা নাছিল কোহিমা নগৰত দুৰ্যোগ হব পৰাৰ কথা। পিফিমাৰপৰা গধূলি আহি শুই আছিল। পিছদিনাও আলকাতৰাৰ ড্ৰাম লৈ তালৈ যাব লাগিব পুৱাতে। বাৰিষা ডিমাপুৰ-কোহিমা বাটটো—একমাত্ৰ স্থল পথৰ সংযোগ সূত্ৰটোৱে গড়কাপ্তানীৰ পথবিভাগৰ কৰ্মচাৰীসকলক সতৰ্ক কৰি ৰাখে। বৰষুণত পাহাৰ খহে। সেই বিৰাট খহনীয়াই ঠেলি ৰাজপথ টুকুৰা টুকুৰ কৰি চিঙি ভাঙি লৈ যায়। কেতিয়া ক'ত সেই পাহাৰ খহনীয়া হয়, ৰাজপথ তললৈ বহি যায় ঠিক নাথাকে। ঠিক নাথাকে কৰ্মচাৰী—ইঞ্জিনীয়াৰ, অভাৰচিয়াৰ, মহৰীৰ শোৱা-খোৱাৰ। দুৰ্যোগৰ সম্মুখীন হ'ল কোহিমাবাসী। বিদ্ৰোহী দলে অতৰ্কিতে আক্ৰমণ কৰিলে কোহিমা নগৰ। নগাপাহাৰ জিলাৰ সদৰ কোহিমা, থাৰ্ড আসাম ৰাইফল্‌ছৰ হেড্ কোৱাৰ্টাৰ কোহিমা, হষ্টাইল নগা অপাৰেশ্যনৰ নাৰ্ভ চেণ্টাৰ কোহিমাক লক্ষ্য কৰি চাৰিউ পিনৰপৰা বিদ্ৰোহী দলে গুলী চলালে। ৰাতিৰ এন্ধাৰ আৰু কিন্‌কিনীয়া বৰষুণে কোহিমা নগৰখন কৰি তুলিছিল এক অস্বাভাৱিক ৰূপে গম্ভীৰ। সেই গাম্ভীৰ্য ভেদ কৰি ৰাতিৰ এন্ধাৰ ঠেলি ওলাই আহিল অজস্ৰ গুলী। পুৱা সাত বজালৈ এৰি এৰি চলাই থকা সেই আক্ৰমণে আতঙ্কিত কৰিলে নাগৰিকসকলক, সচকিত কৰিলে সামৰিক আৰু

বেসামৰিক কৰ্মচাৰীসকলক আৰু হিয়াধুনি কন্দুৱালে বিন্দু সোণাৰৰ মাকক। পূবৰ আকাশত সিঁচৰিত হৈ থকা বগা আৰু ক'লা মেঘৰ চমকাবোৰৰ মাজেদি ব'দ ওলাইছিল। মন্থৰ গতিত বেলিটো ওলাই আহিছে। মিলিটেৰী মটৰ চলাৰ শব্দ চিটিকি গৈছে ৰাজপথৰপৰা। ভয়ে ভয়ে দুই এজন পলাই আহিছে ইফালে সিফালে ভুমুকি মাৰি চাবলৈ। বিন্দু তেতিয়াও উঠা নাই। সি তো পুৱাতে পিফিমালৈ যোৱাৰ কথা আছিল। কিন্তু যাব কেনেকৈ? এনেকুৱা হাল্লা হলে যাব নোৱাৰে। নালাগে যাবলৈ। নিদিওঁ যাব; কিন্তু শুই উঠক। ইমাননো টোপনি নে? ৰাতিটো সি কবকে নোৱাৰিলে ক'ত কি হ'ল। এৰা, দিনটো সেই টাৰাকখন চলাই ফুৰিব লাগে। কম তক্লিপ নে? সেয়ে বিছনাত পৰিলে তাৰ আৰু খবৰ নাথাকে ক'ত কি হয়। বিন্দুৰ মাকে হাঁহিছিল। কথাটো মনত পৰাত—সৰুৰেপৰা বিন্দু টোপনী গধুৰ। পুৱা জগাই দিলেও ওঁ, হোঁ, কৰি বাগৰ সলায়। উঠিলেও কলমটিয়াই বহি থাকে বহুতো সময়। মাকে জগাই দিয়াতো বিন্দু নুঠিল। মূৰ শিতানৰ সৰু খিৰিকীখন ঢাকি থোৱা ফটা ত্ৰিপাল ডোখৰ আঁতৰাই দিলত পুৱাৰ এচমকা বগা পোহৰ বিছনাখনত—বিন্দুৰ মুখত পৰিল।

বিন্দু! মাকে তাক হেচুকি দিলে।

নাই। বিন্দু অলৰ অচৰ।

পুৱাৰ পোহৰত ভালকৈ চাই দেখিলে বিন্দুৰ চুলিখিনি তেজে কৰাল মাৰি ধৰিছে। ওঠ দুটা মেল খাই আছে। মুখখনত এটা চেপি ৰখা বেদনাৰ স্পষ্ট চাপ। পুতেকক সাৱটি ধৰি বিন্দুৰ মাকে ৰাউচি জুৰি কান্দিলে। কান্দিলে বহুতো সময়। চিঞৰিলে বহুতো সময়। নগাবজাৰৰপৰা অহা বিদ্ৰোহী নগাৰ গুলী আৰু ৰাজপথত চলা মিলিটেৰী মটৰৰ শব্দই সেই কান্দোন সেই চিঞৰ তল পেলালে। আৰু সাদিনৰ পিছত বিন্দুৰ বিয়া পাতিছিল মাকে।



বহুতো আশা বহুতো কল্পনা আৰু আশাভৰা হাঁহি এটা বুলেটে বিদ্ৰূপ কৰি আঁতৰাই লৈ গুচি গ'ল। বিন্দুৰ মাক অকলশৰীয়া হৈ ৰ'ল—নিঃস্ব আৰু পুত্ৰ শোকৰ জ্বলা জুই একুৰা বুকুত বান্ধি এজনী তিৰোতা কান্দি কান্দি জীয়াই থাকিব।

ক্যা চোচ ৰহা হ্যায় জী? টেণ্ডণ আহি ওচৰতে থিয় দি সুধিলে। ৰাজ ৰিফৰ ওৱাৰলেছ অপাৰেটৰ পুৰুষোত্তম টেণ্ডণ। বৰ অমায়িক আৰু ভদ্ৰ। আহিয়েই চিনাকি হৈছোঁ টেণ্ডণ আৰু বি, এল, বাৰ্মাৰে। দুয়ো একেটা ইউনিটতে কাম কৰে। থাকেও একেটা টেণ্টতে। একে সময়তে ৰিক্ৰুইত্ হৈছিলো হেনো। ট্ৰেইনিঙৰ সময়ৰেপৰা একেলগে আছে। বৰ বন্ধু দুয়োজন।

মিলিটেৰীৰে সৈতে মোৰ এয়ে প্ৰথম ঘনিষ্ঠতা। দূৰৈৰপৰা দেখা বাবেই তেওঁলোকৰ মেজাজৰ প্ৰতি এটা সঙ্কোচৰ ভাব পোনতে আছিল। এতিয়া কিছু আঁতৰিছে। অন্ততঃ টেণ্ডণ আৰু বাৰ্মাৰ সৈতে কথা পাতি। কেন্টিনত আৰু দুজনমানৰ সৈতে চিনাকি হৈছিলোঁ। হেণ্ড্ছেক কৰি চা-চিনাকি হোৱাৰ পিছতে সেই চিনাকি প্ৰায় শেষ। অপাৰেশ্যন এৰিয়া। প্ৰত্যেকজনেই ব্যস্ত। কোন কেতিয়া কলৈ যাব লাগে ঠিকনা নাই। এওঁলোকৰ সৈতে একেটা টেণ্টতে আছোঁ বুলিহে অলপ ঘনিষ্ঠ হব পাৰিছোঁ। চিগনেলৰ মানুহ। তৎক্ষণাৎ অলৈ তলৈ নপঠায়। কেতিয়াবা মবাইল ডিউটিত যায়। ইয়াৰপৰা গুচি গলেই হয়তো আমাৰ চিনাকি কিছু দিন সজীৱ হৈ থাকি সময়ত ম্লান হৈ যাব। ঘপৰাই এদিন ট্ৰুপ উইড্ৰ কৰিব। ট্ৰাকত উঠি ডিমাপুৰ। তাৰ পিছত ক'ৰবালৈ যাত্ৰা।

টেণ্টলৈ দুয়ো কথা পাতি সোমাই আহিলোঁ। এনেতে বি, এল, বাৰ্মা সোমাই আহিল। বৰ ভাগৰত বহাদি বাৰ্মা বাঁহৰ চাংখনতে বহিল।

ডিউটি খতম হো চুকা ভেইয়া? টেণ্ডণে সুধিলে।

বাৰ্মা যেন বিষণ্ণ। চেটত বহাৰেপৰা পাঁচঘণ্টা সময় একেবাৰে উঠিব পৰা নাছিল। তাতে যোৱা ৰাতি নাইট্ ডিউটিও কৰিছে। ককালৰ বেল্টডাল সোলোকাই নিজৰ বিছনালৈ দলি মাৰি দি টেণ্ডুপে যচা চিগাৰেটটো হাতত লৈ কলে—চেড্ নিউজ।

আমি বাৰ্মাৰ মুখলৈ চালোঁ। টেণ্ডুপে এখোজ আগবাঢ়ি গৈ মিহি সুৰত সুধিলে—আৰ্মি চিক্ৰেট ??

আচ্ছা, জুনেবথ বুলি এখন ঠাই আছে, তুমি জানানে? ফুচ্‌ফুচাই সোধাদি বাৰ্মাই মোলৈ চাই সুধিলে।

আছে! জুনেবট'—টুৱেন্টি চেভেন মাইলছ অফ্ ফ্ৰম মোককছাং—চেমা এৰিয়া।

কাৰেক্ট্! তাত ওৱান থাৰ্ড গোৰ্খা ৰেজিমেণ্ট পোষ্টিং হৈছে। যোৱা নিশাৰেপৰা তাত ভয়ঙ্কৰ সজ্বৰ্ষ। পোনতে বিদ্ৰোহী দলে ছেন্ট্ৰি গেট আৰু পেৰিমিটাৰ ভাঙি গোৰ্খা আউট পোষ্টত সোমাবলৈ দেহে-কেহে যত্ন কৰিছিল। গোৰ্খা ৰেজিমেণ্ট সতৰ্ক হৈয়ে আছিল। তুমুল সজ্বৰ্ষ চলিল ৰাতিৰেপৰা দিনটো। পাহাৰৰ ওপৰৰপৰা গোৰ্খা অ' পিলৈ অবাৰিত আক্ৰমণ। তলফালৰপৰা সিহঁতৰ কেইজনমানে চেষ্টা কৰিছিল মৰোঁ-জীউ সোঁআধিকৈ পেৰিমিটাৰ বগাই ভিতৰ সোমাবলৈ আৰু অৱশেষত সিহঁত কৃতকাৰ্য হ'ল। চাবেণ্ডাৰ! ইণ্ডিয়ান আৰ্মি ইতনা হাল্কা নেহি! পাঁচজন বিদ্ৰোহী নগাই পেৰিমিটাৰ বগাই গোৰ্খা আউট পোষ্টৰ ভিতৰ সোমাল।

হাউ ষ্ট্ৰেঞ্জ! ইছকা বাদ? টেণ্ডুপ উত্তেজিত হৈ বাৰ্মাৰ ওচৰতে বহিলগৈ।

চা ৰ্জ! কমাণ্ডিং অফিচাৰ কৰ্ণেল চিটনীচে চিঞৰি দিলে। আৰু হাতত বেয়নেট ফিট কৰা ৰাইফল লৈ চোচা মাৰি গোৰ্খা জোৱানৰ সৈতে আগবাঢ়ি গ'ল কৰ্ণেল চিটনীচ। বেয়নেট চাৰ্জিঙত নিপুণ গোৰ্খা জোৱানৰ হাতত পাঁচোটা বিদ্ৰোহী দলৰ সৈনিক ধৰাশায়ী



হ'ল। ভগা পেৰিমিটাৰৰ অৱস্থা চাবলৈ কৰ্ণেল চিটনীচ আগবাঢ়িল। চাৰিউপিনে এবাৰ চাই তভক মাৰি দূৰৈৰ পিনে চাইছিল তেওঁ। শত্ৰুৰ বিৰুদ্ধে বোধহয় কিবা নতুন কৌশল প্ৰয়োগ কৰাৰ কথা ভাবিছিল।

আংছা! এমুখ ধোৱা উৰুৱাই দি টেণ্ডুপে ঢোক এটা গিলিলে।

হঠাতে লাইট মেচিন গান এটা অনতিদূৰৰ পাহাৰৰ পিনৰপৰা গৰজি উঠিল। মেচিন গানটোৰ এটা বাৰ্ষ্ট আহি থকা-সৰকা কৰিলে ওৱান থাৰ্ড জি, আৰৰ কমাণ্ডিং অফিচাৰ কৰ্ণেল চিটনীচক। ততাতৈয়াকৈ চাৰিজন জোৱানে কৰ্ণেলক ভিতৰলৈ আনোতে তেওঁ মাথোন কব পাৰিলে—'ঘাবৰাও মৎ জোৱান!' বাচ! চিটনীচ চাহাব মৌত হো গিয়া।

কৰ্ণেল চিটনীচ? টেণ্ডুপে আচৰিত হৈ প্ৰশ্ন কৰিলে।

কৰ্ণেল চিটনীচ চাহাবকো ভুল গিয়া তুম্?

আমি আম্বালাত পাইছিলোঁ নেকি বাৰু? সুদৰ্শন চেহেৰাৰ মানুহজন? টেণ্ডুপে মনত পেলাবলৈ চেষ্টা কৰিলে।

জী! বৰ অমায়িক আৰু সাদৰী আছিল কৰ্ণেল চিটনীচ চাহাব। বাৰ্মাই মোলৈ চাই কলে।

আৰু এটা দিন মই ৰাজ ৰিফ কেম্পতে থাকিবলগীয়া হ'ল। পুৱাতে মেচেজ এটা পালোঁ—কোহিমাৰপৰা ৰেচন পাৰ্টি আহিছে। সেই পাৰ্টিতে চাতাখা আউট পোষ্টলৈ যাব লাগে। তাত গোঁহাই অসুস্থ। ৰিলিভ কৰিবগৈ লাগে। আমাৰ বাকী বেটেলিয়নটোও ৰেচন পাৰ্টিৰ লগতে চাতাখালৈ যাব, কিন্তু হেড্‌কোৱাৰ্টাৰলৈ ঘুৰি যাবগৈ।

মেচেজটো সম্পৰ্কে আমাৰ জমাদাৰৰ লগত আলোচনা কৰিলোঁ।

আমাক চাতাখাত থাকিবলৈ কোৱা নাই নেকি হুজুৰ? গগৈয়ে জমাদাৰক সুধিলে।

নাই, আমি এচৰ্কট হৈ যাব লাগিব। ঘুৰি আহিম।

এহ, থাকিবলৈ কলে মানে ভাল আছিল। তৰুণ আৰু টাংখুলহঁতো আছে তাত। আৰু—

আৰু কি— ? মই সুধিলোঁ।

লড়াই টাইমত হেডকোৱাৰ্টাৰত বহি থাকি বা টেজুৰী গাৰ্ড দি ভাল নালাগে। লাগিব লাগে, তেহে!

কোহিমাত গৈ বহি থাকিব লাগিব বুলি কোনে কলে? কলৈ বা পঠায়, কি ঠিকানা!

হলেও হুজুৰ, তৰুণ, টাংখুলহঁতলৈ মনত পৰিছে। একেলগে থাকিবলৈ পালে—

আপুনি চাতাখাত থাকিবলগীয়া হ'ল। গগৈৰ কথাত মন নিদি জমাদাৰে মোক কলে। সাধাৰণতে চি, অ' বা জে, চি, অ'বোৰে জোৱানক ইমান আসৈ নিদিয়ে। আনকালে হলে গগৈয়েও ইমান কথা পাতিবলৈ সুবিধা নাপালেহেঁতেন, নাইবা জমাদাৰৰ ধমকি খালেহেঁতেন। গগৈ আঁতৰি গ'ল।

এনে বিষয়ৰ প্ৰতি সবেই সজাগ। নিৰ্বিকাৰ।

আপোনালোকে হয়তো হেডকোৱাৰ্টাৰতে থাকিবলৈ পাবগৈ জমাদাৰ চাহেব।

পালে ভালেই। ল'ৰা-ছোৱালী কেইটিলৈ বৰ মনত পৰিছে বুজিছে? তাত বা কি হৈছে, কি হোৱা নাই এথোন!

আপুনি চিন্তা কৰি নাথাকিব। সকলো ঠিকেই থাকিব পায়।

নহয়, ডাঙৰ ল'ৰাটো বৰ দুষ্ট। গুলী-চুলী হোৱা সি নামানে। ক'ৰবালৈ যাওঁ বুলিয়েই সি গুচি যায়।

মই হাঁহি কলোঁ—ভালহে সাহস বাঢ়িব!

মই তাক এয়াৰ ফ'ৰ্চত দিম বুলি ভাবিছোঁ। পাৰিবনে বাৰু?

নিশ্চয় পাৰিব। ভালকৈ পঢ়ুৱাওক আৰু স্বাস্থ্যটো যাতে ভাল হয় তাৰে যত্ন লব। সি জৰুৰ পাৰিব।



এৰা, আমি আৰু আধা-ভুখৰীয়া হৈয়েই ৰলোঁ। পাৰোঁ যদি তাকে আগবঢ়াই দিওঁচোন। নিজকে নিজে কোৱাদি জমাদাৰে কৈ মিচিকিয়াই হাঁহিলে। গভীৰ আশাৰ হাঁহি।

দুৰ্যোগৰ সন্মুখীন নহলে ৰেচন পাৰ্টিৰ মটৰ পাবহি লাগিছিল। আবেলি হ'লহি। নিশ্চয় ক'ৰবাত কিবা হৈছে। বাৰ্মাক কিবা মেচেজ পাইছে নেকি সুধিলোঁ। একো নাই। ভাত খায়েই দুয়ো ডিউটিলৈ গ'ল। পাঁচ বজাতহে পাবহি। মনটো উগুল-থুগুল লাগিল।

উগুল-থুগুল মনেৰে অপেক্ষা কৰিছিল কম্পাউণ্ডাৰ লোথাৰ পৰিবাৰেও। উখাৰপৰা ঘূৰি অহাৰ কথা আছিল গিৰিয়েকৰ। দিনে-পোহৰে আহি নাপালে গধূলি হৈ অহাৰ লগে লগে মনটো স্বাভাৱিকতে অস্থিৰ হৈ পৰে। যিহে দিনকাল। কোন শত্ৰু কোন মিত্ৰ ধৰিবকে নোৱাৰি। শ্ৰীমতী লোথাই কোলাত কেঁচুৱাটো লৈ চাংকাকতী চাহাবৰ বঙলাৰ গেটৰ মুখত বহুতো সময় ৰৈ আছিল। গিৰিয়েকে উখাৰ ওচৰৰ এখন ডিস্পেনচাৰীত চাকৰি কৰে। সুবিধা পালে কোহিমালৈ আহে। গণ্ডগোলৰবাবে পৰিয়াল কোহিমাত থৈ গৈছে। আহিব আহিব বুলি মানুহজনীয়ে দুপৰ নিশালৈ বাট চাই বিছনাত পৰি ওৰে নিশাটো চিন্তাতে কটালে। কাৰণ, সেইদিনা তেওঁ আহিবই বুলি কৈ গৈছে। পুৱাতে খবৰ দিলেহি এজন দোভাষীয়ে—কম্পাউণ্ডাৰ আৰু আন কেবাজনো স্বাস্থ্য বিভাগৰ জীপ এখনত কোহিমালৈ বুলি আহি আছিল। পিছে, বাটতে বিদ্ৰোহী নগাই জীপখন জব্দ কৰি গোটেই কেইজন আৰোহীকে ধৰি লৈ গৈছে। মেডিকেলৰ মানুহবাবে হয়তো প্ৰাণে নামাৰে, কাৰণ সিহঁতৰ প্ৰয়োজন আছে তেনে মানুহৰ।

বাহিৰত মটৰ ৰোৱাৰ শব্দ শুনি ওলাই গলোঁ। তিনিখন ট্ৰাক আহি ৰাজ ৰিফ কেম্পৰ গেটত ৰৈছেহি। সহকৰ্মী কলিতাক নমা দেখি আগবাঢ়ি গলোঁ। মোক দেখি সিও বেগ দি আহিল মোৰ

পিনে। শ্বিলঙত আমি একেলগে আছিলোঁ ট্ৰেইনিং লওঁতে। পোষ্টিঙো কোহিমাতে একেলগে হ'ল। কাম-বন নোহোৱাকৈ ছমাহ হেড্‌কোৱাৰ্টাৰত কটালোঁ। ফুৰা ঠাইতে ঘূৰি, কেন্টিনত আড্ডা মাৰি, ভলী খেলি আমনি লাগিলেও কৰিবলগীয়া একো নাছিল। কলিতাই অৱশ্যে নেপালী আৰু আঙ্গামী মাত-কথা শিকাত পোনতে বৰ জোৰ দি লাগিছিল, পিছে মোৰ সঙ্গত পৰি আধা-ভুখৰীয়া হৈ ৰ'ল! কলিতাক সাৱট মাৰি ধৰিলোঁ।

কি অ' পগোবট'ৰ হিৰ'? সি হাঁহিলে।

চিঠি-তিঠি কিবা আছে নেকি অ'?

তোৰ? কোনে দিয়ে তোক চিঠি?

বহুত পলমকৈ পালিহি যে?

আহি নাপামহি বুলিয়েই ভাবিছিলোঁ ভাই!

কচোন বা-বাতৰি।

বা-বাতৰি কি আৰু! আমি কোহিমা এৰিলোঁ পুৱাতে। লগত বি-এম-পিৰ এটা ট্ৰুপ।

বিহাৰ মিলিটাৰী পুলিচ। আৰু কিমান চাবি কোহিমাত মিলিটেৰী। কোনো ৰেজিমেন্ট্ কোনো পুলিচবাহিনী বোধহয় বাহিৰত নাই আৰু! অঁ, বাৰু—আহি আছোঁ আহি আছোঁ—পাঁচ মাইলৰ খুটা অতিক্ৰম কৰি সেই কেকুৰীটো যে? তাতে ঘুৰিবলৈ খুজি গাড়ী ৰৈ গ'ল। বৰ বৰ গছৰ টুকুৰা আৰু পাথৰে বাট বন্ধ কৰি থৈছে। সোঁপিনে থিয় পাহাৰ, বাওঁপিনে থিয় কুৰুং! আমি ৰলোঁ। লৰালৰিকৈ পজিশ্যন লোৱা হ'ল। কি আক্ৰমণ ভাই সিহঁতৰ! অবিৰাম গুলী আৰু গুলী। এঘন্টামান সজ্ঘৰ্ষ চলিল। ইতিমধ্যে হাই-স্কুলৰপৰা পঞ্জাৱ ৰেজিমেন্টৰ পেট্ৰল পাৰ্টি সেইখিনি পালেগৈ। তথাপি আক্ৰমণৰ ওৰ নপৰে। আৰু এঘন্টামান যুঁজিহে সিহঁত আঁতৰিল। সাৱধানে বাটৰ প্ৰতিবন্ধকবোৰ আঁতৰাই লাহে লাহে আগবাঢ়িলোঁ।



আহি আহি পুনৰ জব্দ হলোঁ দহ মাইলত। আগৰবাৰতকৈ এইবাৰহে চাব। মনতে বোলোঁ এইবাৰহে এইবাৰ। ধাৰাষাৰ বৰষুণ। পজিশ্যন লবলৈকো বোকা আৰু পানীৰ সোঁত বাগৰি আহিছে ওপৰৰপৰা। লগে লগে ৰাইফল আৰু এল-এম-জিৰ বাৰ্ষ্ট। পূৰা চাৰি ঘণ্টা তাত থৈয়া নথৈয়া। পঞ্জাৱ ৰেজিমেণ্টে মৰ্টাৰ দলিয়াই, এল-এম-জি মাৰি অশেষ কষ্টেৰে ৰোড ক্লিয়াৰ কৰি দিলে। তাৰ পিছত জানিবা বাকী বাটছোৱাত একো দুৰ্যোগৰ সন্মুখীন হবলগীয়া নহ'ল।

হানি-বিঘিনি কিবা?

বি-এম-পিৰ দুজন আহত হৈছে। পঞ্জাৱ ৰেজিমেণ্টে আৰ্মি হস্পিটাললৈ লৈ গ'ল। বাকী সকলোৰে ভাল।

বাৰ্মা আৰু টেগুণেৰে কলিতাক চিনাকি কৰি দিলোঁ। বাৰ্মাৰ ডিউটি শেষ। টেগুণৰ চাহ-ছুটী। কেন্টিনখন সৰু। বৰ ভিৰ হৈছে। পক'ৰা ভজাৰ মলমলীয়া গোন্ধ। পক'ৰা কিনাৰ ভীৰ। আনহাতে টেগুণ সোনকালে যাব লাগে ডিউটিলৈ।

ব্ৰিং চাম নিউজ, টেগুণজী। বাৰ্মাই হাঁহি হাঁহি কলে।

ইফ্ এৱেইলেৱল্! টেগুণে বাৰ্মালৈ চাই কলে, বাই দি ওৱে—তুমি এটা কাম কৰা।

কি?

এওঁলোকৰপৰা দুই চাৰিটা নগা আৰু অসমীয়া কথা শিকি লোৱা। কামত আহিব।

মোহাব্বত কা, ইয়া লড়াইকা?

মোহাব্বত ভী এক কিচিমকা লড়াই হায় না? হাঁহি হাঁহি টেগুণে কলে।

ভাষা শিকাৰ কাহিনী এটা আছে, শুনিব? নতুন কাহিনী। কোহিমাৰ। টেগুণে সুধিলে।

এ নেলাগে হে, এওঁলোকে বেয়া পাব। তুমিও আৰু—।
বাৰ্মাই প্ৰতিবাদৰ সুৰত কলে।

বেয়া পাবলৈ কিটো আছে? বেয়া পালে বেয়া পাইছোঁ বুলি কম বাৰু।

টেণ্ডণে হাঁহি হাঁহি কলে,—নাগপুৰত হুকুম হ'ল—নাগা হিলমে আনেকে লিয়ে। আহিয়েই আমি প্ৰায় দুমাহ থাকিলোঁ কোহিমাত। প্ৰথম পাহাৰলৈ আহিছোঁ। প্ৰথমবাৰ ইমান ঠাণ্ডা ঠাইত আছোঁহি। প্ৰথমবাৰৰবাবে আকাশ খহি পৰা ইমান বৰষুণ দেখাৰ অভিজ্ঞতা। আৰু অভিজ্ঞতা—হিন্দী কব বা বুজিব নোৱাৰা ঠাইত চাকৰি কৰাৰ। আমাৰ চাকৰিতো জানেই আৰু! জনসাধাৰণেৰে সৈতে সংযোগ নাই। চিভিল দোকানে-পোহাৰে কিনা-কুটা নকৰিলেও হয়। এনে ঠাইত নকৰাটোৱেই ভাল। তথাপি দিয়কচোন, আজৰি সময়ত অলপ ওলাই গলে, বজাৰত সোমালে একেবাৰে আচহুৱা হৈ থাকি বেয়া লাগে। বাৰু, আমাৰ অসুবিধা হ'ল ব্যক্তিগত, অপাৰেশ্বন চলোৱাৰ ক্ষেত্ৰতো নগা বা অসমীয়া মাত-কথা বুজি নোপোৱাতো এটা প্ৰধান সমস্যা হৈ উঠিল। কাৰণ, বাহিৰৰপৰা সকলোবোৰেই একে। ভিতৰুৱা ঠাইত কিবা সন্দেহক্ৰমে কাৰবাক গ্ৰেপ্তাৰ কৰিলেও জবানবন্দী এটা লব নোৱাৰে, মুখেৰেও সিহঁতৰ নিজৰ দোৱানৰ বাহিৰে আন মাত মাতিব নোৱাৰে। অফিচাৰবোৰৰ মাজত আলোচনা চলিল—বিদ্ৰোহী নগা দমনত যাতে কৃতকাৰ্যতা লাভ কৰি কৃতিত্ব প্ৰদৰ্শন কৰিব পৰা হয়, তাৰবাবে তেওঁলোকে নিজা ব্যৱস্থাত নগা মাত-কথা শিকিবলৈ যত্ন কৰা উচিত নহয় নে? সিহঁতৰ দোৱান, ৰীতি-নীতি আদি যদি অফিচাৰসকলে শিকি লব পাৰে তেতিয়া হলে জনসাধাৰণৰ সৈতে সংযোগ ৰখাত সুবিধা হব। বিদ্ৰোহী দমনত ক্ষিপ্ৰ গতিৰে আগবাঢ়িব পৰা হব। এয়াতো আৰু লড়াই নহয় যে এফালৰপৰা গুলীয়াই, বোমা পেলাই নগা পাহাৰ ধূলিস্যাৎ কৰিব!



কিন্তু শিকাব কোনে?

ক'ত আৰু কেতিয়া শিকাব?

ইমানবোৰ দোৱানৰ মাজত কোনটো শিকা হব?

এৰিয়া লৈ কথা আৰু। কোহিমাত আঙ্গামী, মোককছাঙমে ক্যা বলতা?

আও লেংগুৱেজ!

হাঁ হাঁ—এইছা মাফিক। গধূলি গধূলি অফিচাৰছ্ ক্লাবত আঙ্গামী কথা শিকাৰ ব্যৱস্থা হ'ল। অফ্ ডিউটিৰ অফিচাৰসকল তাত উপস্থিত থাকিব। যিমান সোনকালে পাৰে আঙ্গামী কথা শিকি লব। অপাৰেশ্বন ডিউটি স্মুথলি চলাব পৰা হব।

কথামতেই কাম। ছোৱালী এজনী বন্দোৱস্ত কৰা হ'ল—আঙ্গামী শিকোৱা মিষ্ট্ৰেছ হিচাপে।

ছোৱালী? মই প্ৰশ্ন কৰিলোঁ।

ভেৰী বিউটিফুল গাৰ্ল, ইউ ন'? ডি, চি অফিচত কাম কৰে। ধুনীয়া ইংৰাজী কয়, মানে অফিচাৰৰ লগত বহিব পৰাই নহয়, ঘূৰা ফুৰা কৰিব পৰাও। তেওঁৰে কাইণ্ড চাৰ্ভিছ ৰিকুইজিশ্যন কৰা হ'ল। তেৱোঁ মান্তি হ'ল। অৱশ্যে, টাৰ্মছ এণ্ড কণ্ডিশ্যন কি আমি নাজানো হলে দেই!

আফ্টাৰ অল আৰ্মি ছিক্ৰেট! আৰ্মি অফিচাৰকা বাত হাঁয় না! টেণ্ডণে মন্তব্য কৰিলে।

যাওহক, মাষ্টৰণীয়ে কি শিকালে বা কোন কিমান উপকৃত হ'ল সেইটোও আমি নাজানো। পিছে এদিন গধূলি এজন কেপ্তেইনে তেওঁৰ বিশিষ্ট বন্ধু আন এজন কেপ্তেইনলৈ ফ'ন কৰক।

হেৰা, তুমি ক্লাবলৈ গৈছিলা নেকি?

নাই, এইমাত্ৰ আহি পাইছোঁ বাহিৰৰপৰা। বোধহয় মাৰিম এপাক।

কি কৰিছানো ?

এই সময়ত কি কৰোঁ সেইটোও সুধিবলগীয়ানে ? মই বহিছোঁ। ধৰা যদি আহা ! অকলে আছোঁ হে। ভাল ঠাইখনত সোমালোঁহি, ৰিলেকছেচনৰ একো এটা নাই। তুমি গুচি আহা, অলপ মেজাজটো ঠিক কৰি লৈ ক্লাবলৈ যাম।

ক্লাবলৈ ? আঙ্গামী নে কি সেইটো শিকিবলৈ ?

তুমি বৰ হতাশ হোৱা যেন লাগিছে হয়নে, হেৰা ? টায়াৰ্ড নেকি ? গলে কমছে কম জলপৰীকা ৰূপ-লাৱণ্য—

ডিছ্‌গাষ্টিং !

হোৱাট্‌ ?

সেই যে আমাৰ মিচক এদিন খুব কথা সুধিছিল আৰ্টিলাৰিৰ কেপ্টেইন—

অঁ বুজিছোঁ। কি হ'লনো ? সি বৰ ৰাফ্‌ হে।

মই ক্লাবলৈ গৈছিলোঁ বুজিছা ? তাত আৰু কোনো নাই— অ'নলি মিচ এণ্ড ডেট বাগাৰ।

লাৰ্নিং মাছ্‌ ?

লাৰ্নিং ? মাই ফুট্‌ ! ডেট্‌ ব্লাডি গাৰ্ল ৱজ লায়িং অন দা চ'ফা, এণ্ড ডেট্‌ ষ্টুপিড্‌ ফেল' ৱজ কিচিং হাৰ লাইক এ ডগ্‌। ছি দা ফান ? চুদ ইট্‌ বি লাইক···

চ' ইউ হেভ্‌ বিন ডিফিটেড্‌ ?

তুমিও আৰু !

নহয়নো কি ? ৰাতি জীপেৰে থৈ অহাৰ ভাৰ তুমি এনেয়ে লৈছিলা জানো ? লেট্‌ গ'। আহঁা, ইয়াতে বহোঁ !

কেম্পৰ চোতালত ৰোলকলৰ হুইচেল বাজিল। টেঙুণ ডিউটিলৈ গুচি গ'ল। বাৰ্মা গ'ল ৰোলকলত উপস্থিত হবলৈ।

কোহিমাৰ খবৰ-বাতৰি সুধিবলৈ মনটো উচ্‌পিচাই আছিল।



ই আহি পাবৰেপৰা টেঙুণ আৰু বাৰ্মা লগতে আছে বাবে কথা পাতিবকে পৰা নাই। আমি কোহিমা আৰু নগা পাহাৰৰ কিছুমান ঠাইৰ বিষয়ে যিমান জানো, বাৰ্মা আৰু টেঙুণে নতুন বাবে নিশ্চয় নাজানে। সেয়ে তেওঁলোকে হয়তো আমনি পাব। কলিতাই বহলাই কোৱা কথাৰ ধৰণটো। গতিকে আমি দুজনে সুবিধা পালে কথা পাতিম বুলি ভাবি আছিলোঁ।

বহুত খবৰ আছে বুইছ ? কলিতাই কলে।

অপাৰেশ্যনৰ নে আন কিবা ?

সানমিহলি। কেতিয়াবা নগা পাহাৰৰ বাহিৰত কোনোবাই শুনিলে গাজা দিয়া বুলি কব।

ভাষা শিকাৰ গল্পটোওতো চাবলৈ গলে অবিশ্বাস্য।

কিন্তু টেঙুণে সাজি কোৱা নাই, বৰং বহুত ভদ্ৰভাৱেহে কৈছে। নহয় জানো ?

ইন্দুৰ খবৰ কি ? কোহিমাৰ উৰ্বশী কুমাৰী ইন্দ্ৰানীৰ ?

টনা আজোৰা। তেওঁৰ শাৰীৰিক নিৰাপত্তাৰ চিন্তা কৰা ডাঙৰীয়া-সকলৰ মাজতে পৰোক্ষ বিৰোধ।

মানে, কোহিমা আক্ৰমণ কৰিলে তেওঁ ক'ত থাকিব সেই কথালৈ নে······?

ক'ত থাকিব নহয়, কাৰ ঘৰত—সেইটোও নহয়, কাৰ বিছনাত নিৰুদ্বেগ মনেৰে শুৱাব পাৰিব তাৰেহে প্ৰতিযোগিতা। ডা-ডাঙৰীয়া-সকলৰ মাজত প্ৰতিদ্বন্দী হিচাপে সম্প্ৰতি থিয় দিছে দুই চাৰিজন সেনাপতি আৰু পালি সেনাপতি। বেসামৰিক উচ্চপদস্থ বিষয়াৰতো কথা···।

আৰ ইউ ফ্ৰম পুলিচ বেটেলিয়ন ? ৰাজ ৰিফৰ চুবেদাৰ মেজৰ আহি ওচৰতে থিয় দিলেহি।

ইয়েচ চাৰ্‌ ! আমি দুয়ো খুব তৎপৰতাৰে চেলুট দিলোঁ।

ভেৰী গুড! এনি ডিফিকাল্টি?

কাইণ্ড অব ইউ চাৰ্। ফিলিং কোৱাইট্ এট্ হম্। কলিতাই গহীনাই উত্তৰ দিলে। এছ, এমে মিচিকিয়াই হাঁহিলে।

অ'কে! ব্ৰ বাৰ্মা হায় না?

ইয়েচ চাৰ্!

মোৰ তালৈ পঠাই দিবা শ্লিপ দিম। চি, এছ, ডি কেন্টিনৰপৰা ৰাম এবল আনিব। ইউ ড্ৰিঙ্ক?

ইয়েচ চাৰ্!

ভেৰী গুড। ড্ৰিঙ্ক ইয়ংমেন! বি কম্ফৰ্টেব্ল্। অ'কে?

অ'কে চাৰ।

অ'কে দে'ন!

গুড নাইট্ চাৰ!

নাইট্!

পুনৰ চেলুট দিলোঁ। খুচীমনে এছ, এম চাহাবে বেটনডালেৰে পেণ্টত চটপ্ চটপ্ কৈ কোবাই আঁতৰি গ'ল।

বাৰ্মা আহিলত কাৰণটোৰে সৈতে এছ, এমে মতা বুলি কলোঁ।

আও। হয়নে? গুড নিউজ। ইংৰাজী কৈছিল নেকি? এছ, এম চাহেবে নিজে ভালকৈ ইংৰাজী নাজানে। কেইটামান শিকি লৈছে তাকে ঘূৰাই পকাই কয় আৰু। যদি কোনোৱাই সব্ সব্ কৈ ইংৰাজী কয়, তেওঁ ঠাণ্ডা হয় আৰু অলপ বশ মনা যেন হয়। প্ৰিজ কৰিবও জানে।

আমি পিছে বেছিকৈ কথা পতা নাই। কলিতাই কলে।

চেলুট? বাৰ্মাই সুধিলে।

দুবাৰ।

খুব ভাল কৰিছে। আমাৰ আৰ্মিত চেলুট আৰু ইয়েচ চাৰৰ মহিমা অপাৰ। যিমানে তৎপৰ হৈ চেলুট দিব আৰু গালি দিলেও



গহীন হৈ ইয়েচ চাৰ বুলিব সিমানে আপুনি চিন্সিয়াৰ, অবিডিয়েণ্ট চাৰ্ভেণ্ট। তাৰ মাজেদিয়ে প্ৰমোচনকা বিল্লি মিল্ভী চেক্তা। এছ, এম চাহাবে যে তোষামোদ বৰ ভাল পায়! আপোনালোক অলপ বহক দেই—চি, এছ, ডিৰপৰা বস্তুটো তপতে তপতে সৰকাওঁগে।

বাৰ্মা মদ আনিবলৈ গ'ল।

তাৰ পিছত?

জুনৰ তেৰ তাৰিখে, অৰ্থাৎ প্ৰথম দিনা বিদ্ৰোহী নগাই কোহিমা আক্ৰমণ কৰোতে তই আছিলি হবলা নহয়।

আছিলোঁ। পিছদিনাখনেই গুচি আহিবলগীয়া হ'ল।

পিছদিনাখন আবেলিৰেপৰা কোহিমা আৰু ইয়াৰ উপকণ্ঠত বিদ্ৰোহী দলৰ প্ৰচণ্ড আক্ৰমণ। কোনোৱে কয় জাপু ফিজোই নিজে কোহিমা অভিযানৰ সেনাপতি। ক'ৰ্টত উৰি থকা ভাৰতীয় জাতীয় পতাকা নমাই স্বাধীন নগালেণ্ডৰ পতাকা তেওঁ নিজ হাতে উত্তোলন কৰিব। কোহিমা চহৰখন দখল কৰিব পাৰিলেই গোটেই নগা পাহাৰ দখল কৰিবলৈ সময় বেছি নালাগে আৰু হাতত থকা অস্ত্ৰ-শস্ত্ৰ-খিনিৰেই হৈ যাব। কোনোৰ অনুমান জেনেৰেল কাইটো চেমা নিজে এই অভিযানৰ পৰিচালক। আকৌ শুনা যায়, ফিজো আৰু কাইটো দুয়োজনে পৰিকল্পিতভাৱে উত্তৰ আৰু দক্ষিণফালৰপৰা একেলগে কোহিমা আক্ৰমণ কৰিছে। এই অভিযানত কৃতকাৰ্য হবই হব বুলি বিদ্ৰোহী দলে সঙ্কল্প কৰিছে। সাদিনৰ ভিতৰতে হেনো নগা পাহাৰ স্বাধীন নাগালেণ্ডত পৰিণত কৰাৰ প্ৰতিজ্ঞা কৰিছে ফিজো আৰু তেওঁৰ বিশ্বস্ত সেনাপতিসকলে।

বিচ্ছিন্ন কোহিমা। ডিমাপুৰৰপৰা বাচ আহি উভতি গৈছে ঘাছপানীৰপৰা। বাট বন্ধ ঘাছপানীৰ আগত। ট্ৰাক এখন আহিছিল। ইম্ফললৈ বুলি, গুলী খাই এজন বন্দুৱা মৰিল। ড্ৰাইভাৰ আৰু ট্ৰাকৰ গৰাকীৰ হাতৰ ঘড়ী, জেপৰ টকা, ভৰিৰ জোতা কাঢ়ি লৈ

গ'ল। প্ৰাণে নামাৰিলে। ট্ৰাকখন উভতি গ'ল। ডিমাপুৰত বাতৰিটো পাই বাকীবোৰ ট্ৰাক নহা হ'ল অকলে অকলে। ইম্ফলৰপৰা ডিমাপুৰলৈ যোৱা বাছ গুলীয়াইছে। মাও পাৰ হৈ অহাৰ পিছত। আকৌ আদবাটতে বাছ ৰখাই যাত্ৰীৰ হাতৰ টকা-পইচা বন্দুক দেখুৱাই কাঢ়ি নিছে। প্ৰাণে নামাৰি জানিবা ঘূৰাই পঠিয়াইছে অহা ঠাইলৈ। টেলিগ্ৰাফ টেলিফ'নৰ তাঁৰ কাটি দি যোগাযোগ বিচ্ছিন্ন কৰি ৰাখিছে। যাতে খা-খবৰ দিয়া লোৱা কৰিব নোৱাৰে। বাছ নচলা কাৰণে ডাক নাই। বাতৰি কাকত নাই। ট্ৰাক অহা নাই বাবে শাক-পাছলিৰ অকমানি বজাৰখন বন্ধ। মাত্ৰ তিতা কেৰেলা . আৰু স্কোৱাছ কেইটামান আগত লৈ বহি থাকে নাগিনী বুঢ়ী কেইজনীমান অলপ সময়ৰ বাবে। আৰু একোটি নাই। কুকুৰাৰ শুদা খাং কেইটামান পৰি আছে বজাৰত। কুকুৰা, মাছ আৰু চাউল সাধাৰণতে আহে মনিপুৰৰপৰা। মাও ভিছুয়েমাৰপৰা আলু আৰু দুই এবিধ শাক-পাছলি। তাৰেই কোহিমাৰ বজাৰ বহে। পাহাৰত মাৰি অনা হৰিণৰ মাংস ওলালে হেতা-ওপৰা লাগে ভৈয়ামৰ চাকৰিয়াল গ্ৰাহকৰ মাজত। এহেলৈ আৰু বৰ বেছি কিবা এটা বজাৰখনত আশা কৰা মিছা।

এতিয়া তাৰো মুদা মৰিল। কাইলৈ গৈ দেখিবি নহয়—নিজ চকুৰে।

সকলোৰে মনত সন্ত্ৰাসৰ ভাব। দ্বিতীয় মহাযুদ্ধৰ অভিজ্ঞতা পোৱা বহুতো নগা আৰু গোৰ্খালীলোকে নিৰাপদ ঠাই বিচৰাৰ কথা ভাবে; কিন্তু ওলোৱা সোমোৱায়েই ভয়ৰ কথা। কেতিয়া ক'ত কি হয় একো ধৰিব নোৱাৰি। ইপিনে নেৰা নেপেৰা বৰষুণ। বাটত মিলিটেৰী জীপ আৰু ট্ৰাক ইখনৰ পিছত সিখন। ইটো দলৰ পিছত সিটো দল গৈ আছে। আহি আছে। কোহিমা আৰু আশে পাশে পোৱা খালী ঠাইত কেম্প। আকৌ কোনোবাটো ধল-পুৱাতে কেম্প তুলি গুচি গৈছে নগা পাহাৰৰ ভিতৰ অঞ্চললৈ।



জনসাধাৰণৰ নিৰাপত্তাৰ কথা চিন্তা কৰিছে কৰ্তৃপক্ষই। ক'ত কেনেকৈ আশ্ৰয় দিয়া যায়? নিৰাপদ বুলিবলৈতো কোহিমাত ঠায়েই নাই। প্ৰথম দিনাখনেই ববৰস্তী, মিছন কম্পাউণ্ড, চোটবস্তী, নগাবজাৰ, জেইল, পুলিচ ৰিজাৰ্ভ সকলো ফালৰপৰা সিহঁতে আক্ৰমণ কৰিছে। ববৰস্তীত কি হৈছে কোনেও কব নোৱাৰে। কোনো আহিব পৰা নাই। যাব পৰাও নাই কোনো। বিফল হৈ উভতি আহিছে চেকেণ্ড শিখ্ লাইট ইন্‌ফ্ৰেন্‌ট্ৰি দল। ৰাজপুত ৰাইফল্‌ছেও ব্যৰ্থতাৰ পৰিচয় দিছে। ৰহস্যময়তা, এক অভাৱনীয় পৰিস্থিতিৰ মাজত ববৰস্তী—সমগ্ৰ কোহিমা চহৰ।

আবেলিতে যিয়ে যেনেকৈ পাৰে কোহিমাৰ ৰাইজে ৰাতিৰ সাজ খাই লৈছে। গধূলি হোৱাৰ লগে লগে হয়তো কালিতকৈ অৱস্থা সাঙ্ঘাতিক হৈ উঠিব। আৰু ব্যৱস্থা কৰিছিল নিজৰ নিজৰ নিৰাপত্তাৰ। ঘৰতে নিৰাপদ বুলি অনুমান কৰি একোটা কোঠালীৰ চাৰিওকাষে খাট, মেজ, ট্ৰাঙ্ক, বাকচ আদিৰে বুলেট প্ৰতিৰোধৰবাবে সজাই তাৰে মাজত মজিয়াত বিছনা পাৰি দীঘলীয়া ৰাতিটো উৎকণ্ঠা আৰু উদ্বিগ্নতাৰ মাজেদি কটাই দিবলৈ সাজু হৈছে। কোনোবাই নিজৰ ঘৰ নিৰাপদ বুলি নাভাবি আসাম ৰাইফল্‌ছৰ চিনাকি বা আত্মীয় মানুহৰ ঘৰত সোমালগৈ। বিশৃঙ্খল চিন্তা আৰু শঙ্কাৰে প্ৰত্যেকেই চিন্তা কৰিছে নিজৰ নিজৰ নিৰাপত্তাৰ। বেসামৰিক জনসাধাৰণক স্থানান্তৰিত কৰাৰ প্ৰশ্ন নুঠে। এইখনতো যুদ্ধ নহয়। কেন্দ্ৰীয় চৰকাৰ আৰু মিলিটেৰীৰ দিল্লীস্থ বৰমূৰীয়াসকলৰমতে কোৱাইট্ এ ট্ৰিফ্‌লিং মেটাৰ! তাকে অতিৰঞ্জিত কৰা হৈছে। ইণ্ডিয়ান আৰ্মিয়ে হষ্টাইল নাগাৰ বেক ব'ন স্মেছ কৰি দিব—উইদ্‌ন্ মেক্সিমাম ওৱান মান্থ! গতিকে ইমান ভয় কৰাৰ, জীউলৈ টনাটনি বুলি ভবাৰ কি প্ৰয়োজন? গুলী! দেৱালীতটো তাতকৈ বেছি হয় বম্বে, দিল্লী, কেলকাত্তামে! পাহাৰী মানুহতো! জৰীতে সাপ দেখিছে!

কোহিমা নগৰ আক্ৰমণ কৰিব পাৰে বুলি দিয়া এটা বাতৰি পঢ়ি হেনো কৰ্তৃপক্ষৰ হাঁহোতে হাঁহোতে পেট বিষাইছিল। এবছাৰ্ড ৰিপ'ৰ্ট কিছুমান পঠাই চাকৰিয়ালসকলে নিজৰ নিজৰ চাকৰিবোৰ বজাই ৰখাৰ চিন্তাই এনে ৰিপ'ৰ্টৰ উৎস বুলি ঠাৱৰ কৰি দুই পেগমান গিলিলতহে পেটৰ বিষ কমিল হেনো!

প্ৰতিৰক্ষাৰ ব্যৱস্থাত মন দিছে পুলিচ বেটেলিয়নৰ কমাণ্ডিং অফিচাৰে। ডি, চি, চাহাবে এছ, পিৰে নিজে পৰিদৰ্শন কৰিছে— ক'ত কি পিকেট্ পতা হৈছে। কোন পিনৰপৰা আক্ৰমণৰ সম্ভাৱনা বেছি তাৰে বুজ লবলৈ। কোহিমাত চলোৱা আকস্মিক আক্ৰমণে চৰকাৰী আৰু বে-চৰকাৰী কৰ্তৃপক্ষক আচৰিত কৰি তুলিছে। অসম্ভৱ বুলি ভবা কথা এটা সিহঁতে সম্ভৱ কৰিলে। কিন্তু—

কিন্তু আবেলিতে আকৌ গুলীৰ শব্দ শুনা গ'ল—বৰবস্তীৰপৰা। হাইস্কুলৰ পিনৰপৰাও সিহঁতৰে ৰাইফলে আবেলিতে সঁহাৰি জনালে।

ৰাতটো হয়তো কোহিমাৰ কোনো শুব নোৱাৰিলে। চাৰিও ফালৰপৰা অহা বিভিন্ন গুলীৰ শব্দ, জীপবোৰৰ ক্ষিপ্ৰ গতিৰ শব্দ দুয়োটা মিলি ৰাতিৰ অন্ধকাৰে আবৰি ৰখা কোহিমাক মূৰ্তিমান মৃত্যুৰ ৰূপ দিছিল। ওলাই চাবৰ সাধ্য নাই। শুই থাকিব নোৱাৰি। বহি থাকিও এনে লাগে যেন প্ৰতিটো গুলীয়েই ঘৰৰ বেৰা ভেদ কৰি ভিতৰলৈ সোমাই আহিছে। কেতিয়াবা বিজুলীয়ায়, মেঘে গাজে। ভেৰী লাইটে বচা নীলা পোহৰে কিছু সময় অন্ধকাৰ দূৰ কৰে। কিন্তু আক্ৰমণ একে গতিতেই চলি থাকে। বৰবস্তীখন ধূলিস্যাৎ হৈ গৈছে। জেইল হিলৰ গছবনবোৰ যেন গুলীয়ে উৰুৱাই লৈ গৈছে। দ্বিতীয় মহাযুদ্ধৰ প্ৰাণকেন্দ্ৰ কোহিমাৰ বুকুত আকৌ ৰণথলীৰ সৃষ্টি হৈছে। মাথোন গুলী আৰু গুলী। চাৰিওপিনৰপৰা অজস্ৰ গুলীয়ে বিৰতিহীন বিভীষিকাৰ সৃষ্টি কৰিছে। পুলিচ ষ্টেচনৰ



ওপৰতেই আক্ৰমণ হ'ল প্ৰচণ্ডভাৱে। সিহঁতে প্ৰাণটাকি চেষ্টা কৰিছিল পুলিচ থানা দখল কৰিবলৈ। সন্ধিয়াৰেপৰা বেটেলিয়ন পুলিচে ৰাইফল আৰু মেচিন গান চলাই ভাগৰি গৈছিল। কিন্তু জিৰাবৰ যে সময় নাই। অন্যমনস্ক হোৱামানে মৃত্যুক আঁসৈ দিয়া। পৰাজয়ক আগবঢ়াই অনা। আৰু আক্ৰমণ চলিছিল ট্ৰেজাৰীৰ ওপৰত। পেৰিমিটাৰ বগাই আহিব ধৰা দুজন বিদ্ৰোহীক বেটেলিয়ন পুলিচে দেখা নাছিল। ঢাপৰ আওঢলীয়াত থকা ভেদাই তিতাৰ আঁৰ লৈ সিহঁত আহিছিল। সোমালেই সৰ্বনশীয়া ঘটনা কৰিলেহেঁতেন। খুব সাৱধানে সিহঁতে সৰল গছ দুজোপাৰ আঁৰ লৈ আৰু ওপৰলৈ উঠি আহিছিল। পেট্ৰল ডিউটিৰ জীপ এখনৰ লাইটৰ পোহৰ সিহঁতৰ গাত পৰিল। সিহঁতে লৰালৰিকৈ লক্ষ্যস্থান পাবলৈ চেষ্টা চলাইছে। জীপৰপৰা মেজৰ নায়াৰৰ বিভলভাৰ গৰজি উঠিল। পুৱাৰ পোহৰক আওকাণ কৰিও সজ্বৰ্ষ চলি আছিল বহুতো সময়।

পাইপত পানী নাই। সদায় ৰাতিপুৱা সাত বজাতে পানীৰ টেপবোৰ মুকলি হয়। বাৰিষা বেছি সময়লৈ। জাৰকালি চাই-চিতিহে। নগৰৰ বাহিৰৰ পাহাৰৰ মাজৰ নিজৰা এটাৰপৰা পানী তুলি হস্পিটেলৰ ওপৰৰ টিলা এটাত ৰিজাৰ্ভ কৰা পানী। নিজৰাৰ জোৰেহে জোৰ। সেয়ে জাৰকালি পানী কমকৈ দিয়ে। গিৰিহঁত গড়কাপ্টানী। পিছে আচল মালিক ধন বাহাদুৰ। চাবি-কাঠি তাৰ হাতত। বৰ দীঘল দীঘল ছাবি এজোটা হাতত ওলোমাই লৈ ধন বাহাদুৰে ৰাতিপুৱা আৰু আবেলি টেপবোৰ এবাৰ খোলে আৰু সময় আওজা কৰি বন্ধ কৰে। মিঠা বৰণীয়া আদহীয়া ধন বাহাদুৰ— কোহিমাৰ বৰণ। সদায় মলিয়ন হাফ্‌পেণ্ট্ আৰু পুৰণি সূতী কোটটো পিন্ধা ধন বাহাদুৰে জাৰে-জহে কান্ধত আওপুৰণি ছাটিটো ওলোমাই লৈ নগৰৰৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰি ফুৰে। তাৰ খোজত ব্যস্ততা নাই। চাৱনিত কোনো ঔৎসুক্য নাই। মূৰটো বেকা কৰি

গজপ্ গজপ্ গৈছে—আহিছে। হাতত ওলমি থকা ছাবি জোটাৰ-পৰা কেতিয়াবা কেতিয়াবা ঝুনুক ঝুনুক শব্দ হয়। ৰঙা কাপোৰৰ জোতাজোৰৰপৰা ধেপেচ ধেপেচ শব্দ কৰি ধনবাহাদুৰ ঘূৰে। পানী দিবলৈ। পানী নিদিবলৈ। একে ধৰণৰ সাজ-পোছাক। একেটা গতি। একেটা সময়। দুৰ্গাপূজা আহে। যায়। চিক্ৰেনী গেনা। লাগে। ভাগে। পেৰেড্ ফিল্ডত ফুটবল চোৱা দৰ্শকৰ চিঞৰ-বাখৰে সদায় আবেলি কোহিমা মুখৰ কৰে। ধন বাহাদুৰ নিৰ্বিকাৰ। দাতিয়েদি সি গুচি গৈছে—দিপতীত। তাৰ ডিউটিত সি অব্যৰ্থ। পিছে এবাৰ তাৰ কেনা লাগিছিল। শ্বশুৰালৰ ঘৰত সেইদিনা কিবা পাতিছিল হেনো। জামাই ধন বাহাদুৰে নাচপতিৰপৰা শ্বাশুড়ীয়ে বনোৱা চোকা ৰক্সী সবহকৈ খালে। কাঞ্চীৰ গিৰিয়েকৰ হাতত পৰাজিত নহবলৈ সি বোধহয় পেটে পেটে মন বান্ধিছিল। কথা পাতি পাতি খাছী মাংস ভাজিৰে খোৱা ৰক্সীৰ নিচাইহে সেইদিনা ধন বাহাদুৰক বাট দেখুৱাইছিল। সি আহি আছিল। ভীনাক কৈ কাঞ্চীয়ে দিদিক ৰাতিটো ৰাখিলে। সিও হাঁহি হাঁহি মাতি হৈ ওলাই আহিল। বিছনাত ৰাতি কথমপি শুই পৰিলহি।

পুৱাতে দিপতীত যাবলৈ ওলাল। আগদিনাৰ পোছাক গাত আছেই। ছাটিটোও ৰাতি লগতে শুই আছিল। পিছে ক'তা? ছাবি জোটা? সৰ্বনাশ! কি ভয়'? এবাৰ বাহিৰ এবাৰ ভিতৰ কৰি গুণা-গঁথা কৰিলে সি—শ্বশুৰাৰ ঘৰৰপৰা আহোতে ৰক্সীয়ে তাক বাটতে ক'ৰবাত শুব দিছিল নেকি? ওঁ—বোধহয়। 'খোজ গুড়ি গুড়ি যাই' ধন বাহাদুৰে দেখিলেগৈ যে শহুৰৰ ঘৰলৈ যোৱা বাটৰ এদাতিত ছাবি জোটা নিয়ৰত তিতি অনাথ হৈ পৰি আছে। সেইদিনা টেপ খোলোতে তাৰ পলম হ'ল।

আঠ বাজি গ'ল—পানী নাই।

পানী নাই—পানী নাহে।



মানে?

মানে, ওৱাটাৰ চ'ৰ্ছত পাইপ ভাঙি দিছে সিহঁতে। পাইপ বিকল ৰাতিৰেপৰা। ৰিজাৰ্ভাৰত পানীয়ে নাই।

ক'ত গম পালা?

ফ'ন কৰিছিলোঁ ইঞ্জিনিয়াৰলৈ।

তেনেহলে?

নাই—। পানীটোপাও নাই।

যোগান বিভাগৰ দায়িত্বত থকা চাংকাকতী চাহাবে প্ৰতিখন দোকানৰে মহাজনসকলক নিৰ্দেশ দিছে—একেজন মানুহকে যেন সৰহীয়াকৈ পণ্যদ্ৰব্য বিক্ৰী নকৰে। তেওঁলোকে যেন চকু ৰাখে—যাতে নগৰৰ সকলো মানুহে অন্ততঃ ন্যূনতম প্ৰয়োজনীয় পণ্যদ্ৰব্য-বোৰৰ অভাৱ বোধ নকৰে।

কিন্তু চাহাব, দোকানৰ মাল খতম হলে মানে কাষ্টমাৰক নাই বুলি কলে তাইবিলাক নামানিলে কি কৰিম?

মজুত থকা কোনো বস্তুকে মহাজনসকলে নিশ্চয় নাই বুলি নকয়। আৰু খতম হলে মানে খতম্—। অবিচাচ্ কৰিবলৈ কি? মণিপুৰ পাৰা গাড়ী আহিলে মানে মাল আহিব।

কিন্তু জল্দী নাহিব হবলা চাহাব!

কিন্তু পানীৰ ব্যৱস্থা কি হব?

বহুতে আগৰে জমা থকা পানীৰে চুৰ্চুৰীয়াকৈ কাম চলালেও বহুতেই বাহী মুখকে ধুব পৰা নাই। বৰষুণ জাকো নিদিয়া হ'ল। পিচে এতিয়া পানী আহিলেও ব্যৱহাৰৰ উপযোগী হয় নে নহয় বুলি প্ৰশ্ন এটা উঠিল।

কিয়?

সিহঁতে পাইপত বিহ ঢালি যে নিদিব, তাকে বা কোনে কব?

সিহঁতৰ মানুহেওতো একে পানীকে খায়!

মৰক সকলোৱে! সিহঁতৰ কথা নমনা এটায়ে সিহঁতৰ শত্ৰু নহয় নেকি?

বৰবস্তীত এতিয়াও গুলীৰ শব্দ শুনা গৈছে। আৰু সেই গুলীয়া-গুলীৰ মাজেদি অকোৱা পকোৱা বাটেদি নামি আহিছে এখন ট্ৰাক। ট্ৰাক ভৰ্তি বৰবস্তীৰ বাইজ। তাৰ পিছতে খোজকাঢ়ি নামি আহিছে আৰু বহুতো বস্তীবাসী। পিঠিৰ হোৰাত আনিব পৰা কিছুমান বস্তু-বাহানি। বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালীৰে জুম পাতি নামি আহি থানাৰ ওচৰত ৰিজাৰ্ভ পুলিচৰ ট্ৰাকত উঠিছেহি।

বৰবস্তী আৰু ছোটবস্তীৰ নগা ৰাইজক আশ্ৰয় দিয়াৰ ব্যৱস্থা কৰা হৈছে পুলিচ ৰিজাৰ্ভৰ ৰিক্ৰিয়েশ্যন ক্লাবত। তাতে যিমান পাৰে থাকিব। ওচৰৰ বেৰেকটো খালী হৈ আছে, তাতো থাকিব কিছু-সংখ্যক লোক। খোৱা-লোৱাৰ বন্দোৱস্ত কৰি দিয়া হব।

বৰবস্তীলৈ চাই পুলিচ ৰিজাৰ্ভৰ ৰিক্ৰিয়েশ্যন ক্লাবঘৰৰ ওচৰৰ শিল এচটাত বিষণ্ণ মনে বহি আছিল থেৰ'ডিমা খেলৰ গাঁওবুঢ়া। বৰবস্তীৰপৰা তেতিয়াও গুলীৰ শব্দ আহি আছে। মণিপুৰী পোহাৰী কেইজনী ইম্ফললৈ যাবলৈ আহি হায়ে বিয়ে কৰি কান্দি-কাটি ৰিজাৰ্ভৰ ওচৰত বৈ ট্ৰাক বিচাৰিছে। কিন্তু কেনেকৈ যায় সিহঁত! মটৰ যে চলা নাই। আসাম ৰাইফলছৰ কমাণ্ডেণ্ট, ডি. চি. আৰু এছ. পিয়ে নগৰৰ নিৰাপত্তাৰ বাবে কোহিমাৰ মাজৰ য'ত হাবি-বননি আৰু জোপোহা গছ-গছনি আছে কাটি পেলাবলৈ থিৰাং কৰি গড়-কাপ্টানী বিভাগৰ বনুৱা দলক কামত লগোৱাইছে। ৰাতিৰ এন্ধাৰ হলেই যেনিবা, একেবাৰে গছ-গছনি নোহোৱা হলে সিহঁত কেনেকৈ আহিব? ক'ত ধৰণী ধৰিব? ডাল ভৰি পকি থকা প্লাম আৰু নাচপতিৰ গছ, আৰু অন্যান্য গছ-বিৰিখবোৰ এবেলাৰ ভিতৰতে চাফা হৈ গ'ল। মূৰ তুলি থকা জজ্বলবোৰো টকালি পেলালে বনুৱা দলে। —কোহিমা পৰিষ্কাৰ!



গাঁওবুঢ়াক চিগাৰেট এটা যাচিলোঁ। আগৰ চিনাকি মানুহ। লওঁ নলওঁকৈ তেওঁ চিগাৰেটটো লৈ মোলৈ চাই কলে—এনেকা হব পাৰে বুলি আমি আগত পৰা কৈ থাকিছিলে, কিন্তু চাহাববিলাক 'মিছা হবলা' বুলি মানা নাই!

কিমান দিন আগতে কৈছিলে?

সিহঁত বিলাকৰ খবৰ পালে মানে কৈ থাকো। আমিহে ভিতৰৰ খবৰটু পাই থাকে নহয়!

বৰবস্তীৰ খবৰ কেনেকা গাঁওবুঢ়া?

কবলে' নাই অ'! চৰম হে লাগে কবলে। সবটু সিহঁতি লৈ লৈছে। চাৰিদিনপৰা জংগল পাত্তিবিলাক বৰবস্তীতে আহি কেনে আমাৰ মানু পৰা খানা খাবলৈ চাউল গাহৰি আৰু যি লাগে মানে লৈ যাই কেনে বনাই কেনে খাই ফুৰ্তি কৰিছে। আৰু কৈছে—পুলিচতে খবৰ দিলে মানে ৰাইফল লগতে খতম কৰিব। আৰু' চাউল, মধুবিলাক দিব নুখুজিলেভী ৰাইফল লগত খতম কৰিবলে ভয় দেখায়। মানু বিলাক কি কৰিব, দি দিছে যি মাঙিছে।—থিক আছে খুছী কৰিবি! আগত পৰা কৈ থকা কথাভী চৰকাৰ শুনা নাই। ইতিয়া কলে মানে কি হব আৰু!

তাত থকা ৰিজাৰ্ভ পুলিচ বিলাক—

তাইখান থাকিলে কি হব? কমতি আছে নহয়। সিহঁতবিলাক ব-উত আছে অ'। কালিৰ পাৰা বৰবস্তীত আমি মানু যাব পাৰা নাই। যাই কেনে ফিৰি আহিছে—মিছন কম্পাউণ্ডভী পাৰ হব পাৰা নাই। গেংষ্টাৰবিলাক বৰবস্তীত ৰজা হৈ থাকিছে। ভাই ভাই ঝগড়া কৰি ঘৰপাৰা খেদি দিছে।

যুদ্ধত বৰবস্তীৰ মানু কি কৰিছিল?

আপুনি ভুল নকৰিবি, সিটো যুদ্ধ আৰু ইটু বহুত ফাৰাক হয়। নিজৰ মানু লগত কোন লড়াই কৰে? আমাৰ মানুৰ সিহঁত খুন

খাইছে। চৰকাৰ লগত লড়াই কৰিছে ; কিন্তু সিহঁত আমাৰ নগা' মানুহ নহয় নেকি ? ইটু তাইখান লাগা চৰকাৰ নহয় নেকি ? কি ফয়ছলা হবলৈ আছে নিজৰ মানুহ লগত ঝগড়া কৰি কেনে ? লেকিন না, খুন ললে মানে খুন দিবভী লাগে।

ট্ৰেজাৰী গাৰ্ড ৰিলিফ যোৱাৰ সময় হোৱাত ময়ো সেইখন গাড়ীতে পাক এটা মাৰি আহো বুলি উঠিলোঁ। চানমাৰীৰ মানুহবোৰে কোহিমা চহৰৰ মাজত আশ্ৰয় বিচাৰি দলে দলে ঘৰ এৰি গৈছে। বাটৰ দাঁতিত দুটা গৰুৱে দুবৰিৰ আগ-চিকুটি আছে। গোটেই বাটটো চানমাৰীৰ ঘৰ এৰি ভগনীয়া হোৱা মানুহেৰে ভৰা।

থাৰ্ড আসাম ৰাইফলছৰ নতুন জোৱানহঁতক চানমাৰী শিকাইছিল ওস্তাদে। বালিৰ বস্তাকে শত্ৰু বুলি ভাবি কিদৰে চোচা মাৰি গৈ আক্ৰমণ কৰিব লাগে, বেয়নেট চাৰ্জ কেনেকৈ কৰিব লাগে আৰু উভতি আহোঁতে পজিশ্যন লৈ কিদৰে পিছুৱাই আহিব লাগে—তাৰে। তাৰে অলপ দূৰৰপৰা ভাহি আহিছে বিগুলৰ ভঙা ভঙা সুৰ। বিগুল বজাবলৈ শিকাইছে কোনোবা নতুনকৈ সোমোৱা জোৱানক। বৈ ৰৈ ভাহি অহা বিগুলৰ কেৰ্কেৰীয়া সুৰটোৱে পুৱাৰ নীৰৱতাখিনি যেন নীৰস কৰি তুলিছে।

চাৰ্জ—! চানমাৰী শিকোৱা ওস্তাদে হুকুম দিলে।

ওস্তাদৰ হুকুম অনুসৰি দৌৰি আগবঢ়া প্ৰশিক্ষাৰ্থীসকল থমকি ৰ'ল। গুলী চলাইছে অসম ৰাইফলছ আৰু চানমাৰী বস্তীৰ মাজেদি হাবি-বননিৰ আৰে আৰে বৈ যোৱা কোহিমা নদী নামৰ নিজৰাটোৰ পাৰৰপৰা—। বিদ্ৰোহী নগাই। এইবাৰ সিহঁতৰ লক্ষ্য প্ৰশিক্ষাৰ্থী দল।

আমাৰ লাহে লাহে আগবঢ়া গাড়ীখন বাটতে ৰখাই দিলে ড্ৰাইভাৰে। জোৱানসকল নামি বাটৰ ওচৰৰ সুবিধাজনক ঠাইত পজিশ্যন ললে। চানমাৰীবপৰা নিৰাপত্তা বিচাৰি অহা ৰাইজৰ মাজত চিঞৰ-বাখৰ, হুৰা-তুৰা লাগিল। ক'লৈ যায়, ক'ত লুকায় এতিয়া ?



এজনে চানমাৰীৰ পিনে চাই কলে—আজি আমাখান বস্তী জলাই দিবভী পাৰে।

প্ৰথম জাক গুলী চলায়েই সিহঁত নীৰৱ হ'ল। চানমাৰীৰ পিনে মিলিটেৰী গাড়ী দৌৰিব ধৰিছে। দিনে-পোহৰে যেন বিদ্ৰোহীদলক বিনা ৰক্তপাতে বন্দী কৰি আনিবহে পাৰিব।

ইতিয়া জলদী কৰিলে কি হব ? জংগল পাট্টি ৰুকি থাকিব নেকি ? এজন গোৰ্খালী বুঢ়াই বিৰ্‌বিৰালে !

আকৌ আৰম্ভণ যাত্ৰাৰ। ৰিজাৰ্ভৰপৰা ট্ৰেজাৰী—। প্ৰায় দুমাইল। সেইখিনি দূৰত্ব অতিক্ৰম কৰিবলৈকে হাতত ৰাইফল, লাইট মেচিনগান, আৰু যে কত সাৱধানতা লবলগীয়া নহৈছে ! মানুহবোৰ বাটৰ কাষত লুকাই থকাৰপৰা লাহে লাহে ওলাই আহি পুনৰ খোজ লৈছে নগৰলৈ। ছোৱালী এজনীয়ে আগ নাবাঢ়ি থিয় দি কান্দিছে। তাইৰ হাতত প্লাষ্টিকৰ বাস্কেট এটা। ওচৰলৈ গলোঁ। বাস্কেটটোত দুখন শাৰী, ব্লাউজ, পাউদাৰৰ টিন, আৰু সৰু বেগ এটা।

কি হ'ল ?

তাই নামাতে।

মাক আগবাঢ়িছিল। দুখোজমান পিছুৱাই আহি চিঞৰি সুধিলে, কি ভয়' কান্ধী ?

তাই তথাপি নীৰৱ। মই অহা মটৰখনে হৰ্ণ বজালে। যাব লাগে। তাই একো নোকোৱা দেখি মই বিৰক্ত হৈ ঘূৰি আহিব খুজি এবাৰ ছোৱালীজনীলৈ চালোঁ। ছোৱালীজনীয়ে ভৰিৰপৰা চেণ্ডেল এপাত দাঙি ধৰি কলে,—টুটেক'! নতুঁন থিয়'।

খং উঠিছিল যদিও হাঁহিলোঁ। গাভৰু ছোৱালী। চেণ্ডেলৰ ফিতা এছাল চিগিল। তাই তাতে কান্দি থিয় দি আছে। নতুন চেণ্ডেল আছিল বোলে।

বাস্কেটত ভৰাই লোৱা। মই কৈয়েই গুচি আহিলোঁ।

টি-চি-পি—ট্ৰেফিক্ কণ্ট্ৰ'ল পোষ্টত বহুতো মানুহ। হাতত সৰু সৰু চুটকেছ বা টোপোলা। গাড়ী-গুড়া একো নাই কিন্তু। কণ্ট্ৰ'ল পোষ্টৰ এ-এচ-আই দেৱে কলে সেই মানুহবোৰ হেনো গাড়ী পালেই কোহিমা এৰি যাবগৈ। ডিমাপুৰলৈ যাব পাৰিলে ভালেই, নহলে ইম্ফললৈ। তাৰেপৰা বিমানযোগে গুৱাহাটী বা শিলচৰলৈ যাব পাৰিলে ৰাস্তা ওলাব।

এছ. পি আৰু ডি. চিৰ অফিচ খালী কৰা হৈছে। নতুনকৈ সাজি উলিওৱা বিৰাট ঘৰ। কোহিমা বজাৰ, নগা বজাৰ আৰু আশে-পাশে থকা মানুহবোৰ ৰাতি ৰাতি ইয়াতে শুবহি। দিনত ঘৰত থাকিব, অফিচৰবোৰে অফিচ কৰিবহি। যদি কোনোবাই ঘৰতে থকাটো নিৰাপদ বিবেচনা কৰে, তেন্তে তেওঁলোক নাহিও পাৰে। চানমাৰীৰ ৰাইজৰ কাৰণে আসাম ৰাইফলছৰ ৰিক্ৰিয়েশ্যন ক্লাব ঘৰটো দিয়া হৈছে। তাৰোপৰি যদি কোনোবাই কাৰবাৰ ঘৰত থকাৰ সুবিধা কৰি লয়—তাতো কৰ্তৃপক্ষৰ কবলগীয়া একো নাই। আন আহক নাহক, ভৈয়ামৰ ব্যৱসায়ী কেইজনে বোধহয় নিজৰ নিজৰ দোকান পোহাৰ এৰি নাহে। দ্বিতীয় মহাযুদ্ধত মাৰোৱাৰী ব্যৱসায়ীসকলে শিকাই গৈছে। কোহিমাত জাপানী আৰু ইংৰাজৰ মাজত হোৱা ভীষণ যুদ্ধৰ সময়ত বেসামৰিক লোক আৰু আংশিকভাৱে সামৰিক লোকলৈ ৰচদ-পাতি যোগোৱাৰ দায়িত্ব পৰিছিল স্থানীয় মাৰোৱাৰী ব্যৱসায়ীৰ ওপৰত। কোহিমাত তেতিয়া বহুতো মাৰোৱাৰীৰ গাদী আছিল। ইম্ফলত তয়াময়া ৰণ। বেসামৰিক লোক পলাইছে। ইপিনে বাৰ্মাৰ ৰণ ভগনীয়াৰ জীয়াতু ভোগা ৰূপে সকলোৰে মনত সন্ত্ৰাসৰ সৃষ্টি কৰিছে। ইয়াৰো দুজন এজনকৈ ব্যৱসায়ী পলাবলৈ ধৰিলে। জাপানী সৈন্য কোহিমা আহি পোৱাৰ লগে লগে ব্যৱসায়ৰ মোহ এৰি চৰকাৰী হুকুম অমান্য কৰি বাকী থকা মাৰোৱাৰীসকলেও পলাই পত্ৰং দিলে। দৰাচলতে কোহিমাৰ ৰাইজক স্থান ত্যাগ কৰিব



দিয়া হোৱা নাছিল। ৰাইজে সুবিধা বুজি গুচি গৈছিল কেনিবা। কিছুমান আছিল। শূন্য হ'ল দোকান-পোহাৰ। সঙ্কটৰ সৃষ্টি হ'ল দুয়োপিনৰপৰা। সেই দুৰ্যোগৰ মাজত বেসামৰিক লোকসকলৰ মাজত পণ্যদ্ৰব্যৰ অনাটন হ'ল। একো এটা পাবলৈ নোহোৱা হ'ল। যুদ্ধৰ ধামখুমীয়া ওৰ পৰিলত ডি, চি, প'ছি চাহাবে এটা অনুসন্ধান চলালে—কোন কোন ব্যৱসায়ীয়ে নিজৰ ব্যৱসায় প্ৰতিষ্ঠান এৰি পলাইছিল। মাৰোৱাৰী প্ৰতিষ্ঠানৰ গবাকীসকলৰ এজনো নাছিল। মাথোন মাৰোৱাৰী মন্দিৰৰ হনুমানৰ মূৰ্তিটো। মাৰোৱাৰী ব্যৱসায়ীক কোহিমাত দোকান-পোহাৰ পাতিবলৈ বা স্থায়ীভাৱে বাস কৰিবলৈ নিদিয়াৰ হুকুম চৰকাৰে বলবৎ কৰিলে। মাৰোৱাৰী ব্যৱসায়ী কোহিমাত তেতিয়াৰেপৰা নাই। মাথোন তেওঁলোকে সজাই লোৱা মন্দিৰটোহে আছে। তাৰো গাত দ্বিতীয় মহাযুদ্ধৰ গুলীৰ দাগ।

যোগাযোগ বিচ্ছিন্নহৈ কোহিমাৰ ৰাইজে সন্ত্ৰাস আৰু উৎকণ্ঠাৰ মাজেদি কটাই দিব ধৰিছে দিনবোৰ। বজাৰত একো নাই। দোকান-পোহাৰবোৰ দিনৰ ভাগত অলপ সময় খুলিলেও সকলো সময়তে এটা উৎকণ্ঠা। দিন ডকাইতি হবও পাৰে। আকৌ, ওচৰৰে ক'ৰবাৰপৰা গুলী চলাই খুন-জখম কিবা এটা কৰি থৈ যাবও পাৰে। গ্ৰাহকো প্ৰায় নায়েই। বাটৰ কাষে কাষে গৰুবোৰ শুই থাকে। ৰাতি দোকানৰ বাৰাণ্ডাত উঠি বৰষুণৰ হাত সাৰে। মুঠতে বজাৰ আৰু চহৰৰ মাজভাগ গোবৰ, বোকা আৰু আৱৰ্জনাৰে ভৰি পৰিছে।

টেলিগ্ৰাফ আৰু টেলিফ'নৰ যোগাযোগ স্থাপিত কৰিব লাগে, নহলে বাহিৰৰ সৈতে জনসাধাৰণৰ সংযোগ ৰখাৰ মাধ্যম আৰু একো নাই। কিন্তু সেইটোও এটা সমস্যা। টেলিগ্ৰাফৰ তাঁৰ আহিছে অটব্য অৰণ্যৰ মাজেদি, কেতিয়াবা পাহাৰৰ ওপৰেদি। সিহঁতে তাঁৰ কাটিছে নে ক'ত কি ক্ষতি কৰিছে বিচাৰি উলিওৱাটো এক সাঙ্ঘাতিক কাম। জীৱন মৰণ সমস্যা।

তথাপি পি এণ্ড টিৰ লাইনমেন গৈছিল। পিফিমাতো এজন লাইনমেন আছে। তাৰে যোগাযোগ কৰি জনা গ'ল—পিফিমা-ডিমাপুৰ খণ্ড ঠিক আছে। গতিকে কোহিমা-পিফিমাৰ মাজত লাইনৰ বিজুতি ঘটিব লাগিব।

আমাৰ কমাণ্ডিং অফিচাৰৰ মগজত যে একো নাই এটা ঘটনাত মই ধৰিব পাৰিলোঁ।

কি ঘটনা ?

কোহিমাৰপৰা লাইনমেন গৈছিল লাইন ঠিক কৰিবলৈ। সবেই জানে, ভিতৰুৱাল ঠাইৰ কথাই নাই গোটেই কোহিমাকে সিহঁতে কঁপাই তুলিছে। জিলাৰ সদৰ, অপাৰেশ্বন হেড্‌কোৱাৰ্টাৰতে যি স্থলত সিহঁতে ইমান সাহসেৰে আক্ৰমণ চলাইছে, বাহিৰত—য'ত আৰ্মি, বা পুলিচ নাই, তাত কি নকৰিব ভাবি চা। লাইনমেন বেথাৰাম গগৈয়ে লগত এজন সহকাৰী লৈ লাইনবোৰ চাই চাই পম খেদি খেদি উলিয়ালেগৈ ঠাইখন। পাহাৰৰ ওপৰত। লাইন তাতেই বেয়া আছে। সি ভালকৈ চাই-চিতি লব ধৰোঁতেই গুলী। ওচৰতে আছে সিহঁত কেনিবাদি। গগৈয়ে আহি আমাৰ চি, অ'ক দেখা কৰিলে।

হোৱাই, কিয় এচক'ৰ্ট লাগে ? লাইন ভাল কৰিবলৈ !

হয়।

তাত যে হষ্টাইল নাগা আছে তুমি কেনেকৈ জানিলা ?

আগদিনাৰ অভিজ্ঞতাৰ বিষয়ে কোৱাৰ পিছতো গগৈয়ে আকৌ বৰ্ণালে ঘটনাটো।

অ' তোমালোক কালি গৈছিলা ! লাইন ঠিক নকৰাকৈ ঘূৰি আহিলা, কিয় ? গুলীৰ শব্দ শুনি ? ইমান হে চাহচনে ? ক'ত বন্দুকৰ শব্দ হ'ল নাই ঠিকানা, আৰু তোমালোকে ডিউটি এৰি মাৰিলা দৌৰ।

প্ৰকৃত ঘটনাটো চাহাবেই অনুমান কৰিব নোৱাৰে। কোহিমাৰ



মাজতে আছে। বঙলাৰ চাৰিওকাষে দিনে ৰাতিয়ে চেন্ট্ৰি। ৰাতি নিচাৰ কোবত গুলীৰে শব্দ নে ঢোল-দগৰৰে শব্দ খবৰ নাপায়। প্লেটুন ম'ভমেণ্ট্ চুবেদাৰ মেজৰ আৰু এচিষ্টেণ্ট্ কমাণ্ডেণ্টেই কৰায়। নিজৰ ফালৰপৰা চহীটো কৰাহে। বোধহয় নগাপাহাৰৰ ক'ত ক'ত বেটেলিয়ন আউটপোষ্ট পাছে বৰ চাহাবে নাজানে। নাইবা কোনপিনে কোনটো অ' পিলৈ যাব লাগে তাকো নাজানে। গগৈয়ে ঠিকেই কৈছিল এচক'ৰ্ট নহলে তেনেকুৱা ঠাইত কাম কৰাটো সম্ভৱ নহয়। কিন্তু চাহাবে আৱশ্যক বুলি নাভাবে।

এছ. এম চাহাবে এচক'ৰ্ট নহলে যে তেনেকুৱা ঠাইলৈ যোৱাটো সুবিধাৰ নহব সেই কথাটো বুজাই দিলতহে চি. অ' চাহাবে এক প্লেটুন বেটেলিয়নৰ ডিউটি এলট কৰিলে। লগত মবাইল ডিউটিত পঠালে মোক।

সেই বান্দৰবোৰক চোচৰাই নিব লাগে লগত। পিছে কিবা হ'ল নেকি ?

শুনচোন, কম নহয়।

আমি সশস্ত্ৰ বাহিনীটো গৈ আছোঁ। বেথাৰামৰ নিৰ্দেশমতে ৰখোৱা হ'ল গাড়ী। সি আঙুলীয়াই দেখুৱালে—ক'ত লাইন কাটিছে। আলিবাটৰপৰা প্ৰায় দুই ফাৰ্লং নিলগত। এখন সৰু নৈ। আলিবাট আৰু পাহাৰৰ টিংটোৰ মাজত। সিপাৰে—পাহাৰৰ ওপৰত দুটা খুটাৰ মাজত তাঁৰবোৰ কাটি দিয়াত ওলমি আছে। হাবিৰ মাজ। বাট বুলি একোৰে চিন নাই।

একান্ধে টেষ্টিং চেটটো, আনখন কান্ধত একোছা তাঁৰ আৰু পেণ্টৰ বেক্ পকেটত প্লায়াৰ পাত লৈ গগৈ আগবাঢ়িল। তাৰ সহকৰ্মী মাধৱ সিঙৰ ভয়। সি যাব নোখোজে। ফুচফুচাই গগৈয়ে কলে—হাতেৰে হাবি আঁতৰাই যাব লাগিব। তই দাখন ল। একো নাকাটিবি। শব্দ নকৰিবি।

মাধৱৰ ইতস্ততঃ ভাব দেখি দাখন তাৰ হাতৰপৰা আজোৰ মাৰি অনাদি আনি আমালৈ এবাৰ চাই গগৈ অকলে নামি গ'ল লক্ষ্য-স্থানলৈ। আমাৰ জোৱানহঁতে সুবিধাজনক ঠাইত পজিশ্যন ললে।

নৈখনৰ দাঁতিতে পৰি থকা গছৰ ডাল এটা সি লাঠি কৰি লৈ কঁকালত দাখন খোচা মাৰি ললে আৰু অতি সাৱধানে পাহাৰ বগাই খুটাটোৰপিনে যাব ধৰিলে। হেড্‌ফ'নটো কাণত লৈ মই চাই আছোঁ—ভয়-ভীত নোহোৱাকৈ বেথাৰাম আগবাঢ়ি গৈ খুটা এটাত বান্দৰ বগোৱাদি বগাই উঠি গৈছে। ইটো মূৰৰ তাঁৰবোৰ জোৰা লগাই সিটো খুটাত বগাই তাঁৰবোৰ জোৰাই ফ'নটো তাঁৰত লগাই—

হেল্ল' কোহিমা—মই গগৈ। ডিমাপুৰ ৰিং—

হঠাৎ এটা ৰাইফলৰ গুলীৰ শব্দ! আমি সন্ত্ৰস্ত হৈ পৰিলোঁ। বিদ্ৰোহী দলৰ গুলী চলাবলৈ সুবিধা—পাহাৰৰ ওপৰৰপৰা। আমাৰ জোৱানসকল পাহাৰৰ তলত। ইয়াৰপৰা মৰা গুলীয়ে সিহঁতক যে বিচাৰি পাব সন্দেহ।

বেথাৰাম এনেভাৱে নামি আহিছে! তাৰ গাত বোধহয় গুলী লাগিছে। মোৰ ইছাট বিছাট লাগিল। আৰু তিনি ফুটমান আহিলে সি মাটি পাবহি।

আৰু এটা গুলী! বেথাৰাম বাগৰি পৰিছে! হায় হায়! গগৈৰ গাত গুলী লাগিছে। চি. অ' চাহাবহঁতে চকুহি পেণ্টৰ জেপত হাত ভৰাই দাঁতেৰে পাইপ্ কামুৰি—এচৰ্কট থাকিও যে কামত নাহিল!

দাদা! মাধৱ সিঙে বেথাৰাম বাগৰি পৰা দেখি চিঞৰি দিলে। সি উত্তেজিত। সি ফোপাইছে। সি যেন দৌৰি যাব গগৈৰ ওচৰলৈ।

অলপ পিছতে দেখোন বেথাৰাম গগৈয়ে কান্ধত ফ'নৰ চেটটো লৈ কোবাকুবিকৈ আহিব ধৰিছে। কেনেকৈ কোন পিনেদি সি মটৰৰ ওচৰ পালেহি তৰ্কিবকে নোৱাৰিলোঁ।



কিবা হৈছে নেকি গগৈ? জমাদাৰে তাৰ কান্ধত ধৰি ভয় আৰু মৰম মিহলি মাতেৰে সুধিলে।

বিড়ি এদাল মুখত লৈ জেপত দিয়াছেলাই নথকাত মাধৱক কলে,—জুইটো দে, ভয়াতুৰ চালা! এমুখ ধোৱা এৰি দি হাঁহি এটা মাৰি সি কলে,—ভাগ্যে নালাগিল। এক্কেবাৰে কাণৰ কাষেদি গ'ল। কাণখন তাল মাৰি ধৰিছে। নামি থাকোঁতে হাতৰ বান্ধ ঢিলা হৈ মাটিত পৰি গলোঁ, নহলে দ্বিতীয়টো গুলী লাগিবলৈ আছিলে। বাগৰি পৰিলোঁ বুলিহে—নহলে মূৰতে সোমালহেঁতেন।

আচ্ছা, আচ্ছা! জমাদাৰে তাৰ কান্ধত থপৰিয়ালে।

কাম হ'ল। যাওঁ বলক আৰু! কাণখন আঙুলীৰে খৰকীয়াই বেথাৰামে হাঁহি কলে।

পিছদিনা শুনিলোঁ—পিফিমা জ্বলাই দিছে।

কিনো লাভ হ'ল ইমান সৰু ঠাইখন জ্বলাই দি?

তথাপি ক্ষতি। ডাক বঙলা, পি-ডব্লিউ-ডিৰ গুদাম চাৰখাৰ কৰিছে। যি কেইখন সৰু সৰু দোকান আছিল জ্বলাই দিছে। নগা আৰু নেপালীৰ গৰু আৰু গাহৰিবোৰ জোৰ কৰি উলিয়াই লৈ গৈছে। পি এণ্ড টিৰ লাইনমেন চন্দ্ৰ বাহাদুৰৰ ঘৰ লুট কৰি কেইশমান টকা পালে। টকাখিনিতো নিলেই, মানুহজনকো ধৰি লৈ গ'ল। ঘৈণীয়েকজনী আৰু সৰু সৰু কেঁচুৱা দুটাৰ কান্দোন আৰু চিঞৰ শুনি সি উভতি আহিব খুজিছিল, কিন্তু ৰাইফলৰ কুন্দাৰে খুন্দিয়াই তাক লৈ গৈছে। ক'ৰবাত মাৰিলে নি, নে কিবা কামত লগাইছে কবতো নোৱাৰি!

তাৰ একো খবৰ নাই?

নাই! মানুহজনীয়ে হিয়ালি-জিয়ালিকৈ কান্দি কোলাত কেঁচুৱা

আৰু খোজ কাঢ়িব পৰা এজনী পাঁচ বছৰীয়া ছোৱালী আৰু তিনি বছৰীয়া ল'ৰা এটা লৈ কোহিমা ওলাইছে গৈ।

ঘাছপানীত আৰ্মি কেম্প আছে। জুব্‌জাত আছে। গতিকে পিফিমাত কাম চলি যাব বুলি ভাবিছিল নেকি জানো! ঘটনা ঘটাৰ পিছত এতিয়া অলপতে আৰ্মি আউট পোষ্ট এটা তাতো খুলিছে পোৰা ছাই-কাঠবোৰ পহৰা দিবলৈ হব পায়।

শুভ সংবাদটি ডিউটিত থাকোঁতেই বাৰ্মাজীয়ে কলে। থেঙ্ক ইউ। এয়া চক ৰামৰ লগৰ বিধো লৈ আহিছোঁ।

টেঙুণে গৰম পক'ৰাৰ টোপোলাটো আমাৰ আগত মেলি ধৰিলে। বাৰ্মাই মেজখনতে বটলটো থৈ নীৰৱে বহিল।

ডিউটি শেষ?

আছে—আছে। নোযোৱাকৈ কাম চলাব ব্যৱস্থা কৰি আহিছোঁ। চিগাৰেটৰ ধোঁৱা মিহলি টেঙুণৰ উত্তৰ।

কিবা খবৰ আছে নেকি টেঙুণজী?

কিহৰ? নাগে লোগোকা? অপাৰেশ্যন কা? সেইবোৰ এতিয়া পাহৰি থকচোন। এতিয়া অলপ আৰাম কৰোঁ। আকৌ ক'ত বা কেতিয়া আপনালোকক লগ পাওঁ! বাৰ্মাই কলে।

বিশেষ খবৰ নাই। কিল'মী, জুনেবটোৰ পিনে ঠায়ে ঠায়ে চলি আছে। চলিবই। বাৰ্মাই ঠিক কথা কৈছে। সেইবোৰ এতিয়া বাদ দিয়ক।

চিয়াৰ্‌ছ্—!!

শেষ পেগটো খাই বাৰ্মাই গিৰিসাই উঠি আমালৈ চাই হাঁহি হাঁহি কলে—পিনা হাৰাম, পিলানা হাৰা—ম

পিকে বে—হুচ্‌ হনাভী হাৰা—ম।

টেঙুণে টপৰাই মাত লগালে—এচ. এম চব ছে জাদা হা-ৰাম্!



চেন্ট্ৰি পোষ্টৰ দুজন চেন্ট্ৰিয়ে ফুচ্‌ফুচাই কথা পাতিছিল। ইজনে লগৰজনক গছ এজোপাৰ পিনে খন্তেক চাই থাকিবলৈ ইঙ্গিত দিলে। দেখা নাপাবৰে কথা। অলপো শব্দ নকৰাকৈ, পাহাৰৰ সেউজীয়া ৰঙেৰে মিলি যোৱা অলিভ্‌ গ্ৰীণ ৰঙৰ ইউনিফৰ্ম পিন্ধি কেইজনমান বিদ্ৰোহী সৈন্য লাহে লাহে কেনিবাদি আগবাঢ়িছে। হয়তো খনোমালৈ। খনোমালৈ কেতিয়াবা সিহঁত আহে। সিহঁতে কাৰেও কথা নাপাতে। বস্তীতো কাকো একো নোসোধে। মাথোন এটা পাক মাৰি হাবিৰ মাজলৈ গুচি যায়। বেটেলিয়ন আৰু ৰাইফলছৰ পেট্ৰল পাৰ্টিয়ে সিহঁতক যোৱা সপ্তাহত কেবা দিনো লগ পাইছে। বস্তীৰ মানুহ এঘৰকৈ দুঘৰকৈ আঁতৰিছে। নীৰৱ নিথৰ হৈ পৰিছে খনোমা বস্তী। থকাবোৰৰ মাজতো এক ৰহস্যময় মৌনতা। পেট্ৰল পাৰ্টিৰ কোনোবাই বাটত লগ পাই কেনি যোৱা? বুলি সুধিলেও গোঁ-গোঁৱাই কেইখোজমান পাৰ হৈ আহিহে কয়—চি ম—। বুজি পোৱা নাই। তোমাৰ কথা মই নুবুজো। কথা নাপাতো। চেন্ট্ৰি পোষ্টৰ ডিউটিৱালাই সিহঁতক দেখা পাব পাৰে, পেট্ৰল পাৰ্টিৰে সাক্ষাৎ হব পাৰে; কিন্তু সিহঁতে জোকাই নললে আমি যেন একো নকৰোঁ, অৰ্থাৎ সিহঁতলৈ গুলী নচলাওঁ—তাৰ বাবে নিৰ্দেশ দিয়া আছে। যোৱা কেইদিনমানৰপৰা সিহঁতে আমাৰ পেৰিমিটাৰৰ কাষে কাষে ঘুৰি এপাক মাৰি পুনৰ গুচি গৈছে। কিন্তু উপায় নাই। পাৰিলে গুলীকে চলাব নালাগে, জীয়াই জীয়াই বন্দী কৰিব লাগে বিদ্ৰোহী দলক। তাৰ পিছত বিচাৰ কৰা হব! বিচাৰত যি হয় হব। গুলীত নিৰীহ মানুহো মৰিব পাৰেতো!

বিকট শবদে গ্ৰেনেইড্‌ এটা ফুটিল। তাৰে এটুকুৰা পেৰিমিটাৰৰ ওপৰেদি চিটিকি আহি আমাৰ কেম্পৰ চোতালত পৰিলহি। দুপৰীয়া তেতিয়া। এটা দলে খাই উঠিছিল। আনটো দল বহিছিল। আমাৰ পোষ্টৰ উত্তৰ ফালটোৰপৰা সিহঁতে আক্ৰমণ কৰাৰ অধিক

সম্ভাৱনা আছিল। গ্ৰেনেইডটো সেইপিনেই ফুটিছে। খোৱা আৰু নহ'ল।

কোহিমালৈ মেচেজ গ'ল। নিৰ্দেশ—চে'ট অন কৰি ৰখাৰ। দাঁৰৰ বাতৰি দাঁৰে দি থকাৰ। খনোমাৰ ওপৰত বৰমূৰীয়াসকলৰো সন্ত্ৰাসময় দৃষ্টি। কোনোবা এজন অফিচাৰে এক্সপেৰিমেণ্ট বুলি কৈছিল। বিদ্ৰোহী দলক গুলীৰে হত বা নিহত নকৰি জীৱন্তে যদি খনোমাত এজনো ধৰিব পৰা যায় তেনেহলে নগা অপাৰেশ্যন কৃতকাৰ্য হব—খনোমা অ' পিত এটা বিৰাট এক্সপেৰিমেণ্ট চলিছে। বিদ্ৰোহী নগাৰ মৰেল ব্ৰেক-ডাউন অনাৰ। দায়িত্বশীল বিষয়া যিজনে নগাপাহাৰৰ ৰাজনৈতিক বলিয়া বতাহ কেনি গৈছে গম্ পাই এই মন্তব্য কৰিছিল সেই মন্তব্যত চৰকাৰী নীতিক ব্যঙ্গ কৰা হৈছিল হাস্যৰসৰ আবৰণেৰে।

"কেম্পৰ উত্তৰ-পশ্চিম দিশৰপৰা ৰেনডম্ ফায়াৰিং। পেৰিমিটাৰৰ ৫০ গজ দূৰৈৰপৰা। লাহে লাহে সিহঁতে কেম্পটো ঘেৰি ধৰি আক্ৰমণ কৰিছে। ৰাইফলেই মাথোন্ নহয়, এল. এম. জি, মৰ্টাৰ, টমিগান, বন্দুক, গ্ৰেনেইড্ সকলোবোৰ অস্ত্ৰ-শস্ত্ৰকে সিহঁতে ব্যৱহাৰ কৰিছে। নাই, আমাৰ আহত বা নিহত একো হোৱা নাই।" মেচেজটো হেডকোৱাৰ্টাৰলৈ দিলোঁ।

তীব্ৰ আক্ৰমণ বিদ্ৰোহী দলৰ। আমাৰ এটা এল. এম. জিৰ উত্তৰ দিয়ে সিহঁতে তিনিটা এল. এম. জিৰ একেলগে ট্ৰিগাৰ টিপি। যদি গুলীৰ উত্তৰ গুলীৰে দিয়া নহয়, তেনেহলে সিহঁতে আমাৰ কেম্প অতি তৎপৰতাৰে দখল কৰিব।

ৰাইফল্‌ছৰ জমাদাৰে তেওঁলোকৰ কমাণ্ডিং অফিচাৰক জনাই দিছে,—গুলী নচলালে আমাৰ চেল্‌ফ্ ডিফেন্স কথাটোৱেই নাথাকিব। সিহঁতে উত্তৰ-পশ্চিমৰপৰা বিয়পি পৰিছে দক্ষিণ-পশ্চিমলৈ। সেই দুটা দিশৰপৰা হেজাৰ হেজাৰ গুলী আৰু অসংখ্য মৰ্টাৰ আহি আমাৰ



পেৰিমিটাৰত খুন্দা মাৰিছেহি। একোটা গ্ৰেনেইড ফুটাৰ শব্দই কাণ তাল মাৰি ধৰে। আমাতকৈ সিহঁতে গুলী চলাইছে বহুতো বেছিকৈ।

এবেলা আৰু এটা উজাগৰী নিশা পাৰ হৈ গ'ল। মাথোন গুলীৰ শব্দ। বাৰুদৰ খাৰুৱা গোন্ধ আৰু ধোঁৱা। পুৱতি নিশা হঠাৎ বিৰতি পৰিল সিহঁতৰ আক্ৰমণৰ। আমি খন্তেক জিৰাইছিলোঁ। ট্ৰেন্সত পেট পেলাই আক্ৰমণ প্ৰতিৰোধৰ প্ৰতি সজাগ হৈ থাকোঁতে ককাল বিষাই গৈছে। হাতৰ বাহুবোৰ বিষাইছে। তথাপি কোনো পজিশ্যন লোৱা ঠাইৰপৰা উঠা নাই। কাৰো মুখত এষাৰ কথা নাই। কাৰোপিনে কোনেও চোৱা নাই। দৃষ্টি বাহিৰৰ আক্ৰমণৰ ওপৰত। হাত অস্ত্ৰত।

এজাক মৰ্টাৰ একেলগে পেৰিমিটাৰৰ গাতে ফুটিল। আৰু লগে লগে বিদ্ৰোহীদলৰ চিঞৰ—"চাৰ্জ, চাৰ্জ দি ইণ্ডিয়ান আৰ্মি! ব্লাডি ইণ্ডিয়ান আৰ্মি!" পুৱতি নিশাৰ পৈশাচিক চিঞৰ। আকৌ তীব্ৰ আক্ৰমণ। পুৱতি নিশাৰ এন্ধাৰ ক্ৰমে আঁতৰি গৈছে। পোহৰ ঘন হৈ আহিছে। ট্ৰেন্সত।

মোৰপৰা অলপ দূৰৈত শব্দ এটা হ'ল—করুণ আৰ্তনাদ—আস্। খন্তেকৰ বাবে শব্দটো অহাৰপিনে আমি আটায়ে চালোঁ। কাৰ আৰ্তনাদ ধৰিব নোৱাৰিলোঁ। এজন পাঞ্জাৱী সৈনিকে কোনোবা এজনক পথালি কোলাকৈ আনোতে বিৰ্-বিৰাই কৈ আহিছে, আৰে, গাগৈকা বুক মে গুলী লাগ গিয়া!

মোৰ কাষেদি চৰ্দাৰজীয়ে কুঁজা হৈ জীৱেশ্বৰ গগৈক বিছনালৈ লৈ গৈছে। গগৈৰ মুখখন শেতা পৰিছে। ইউনিফৰ্মৰ ওপৰেদি হোলোকা-হোলোককৈ তেজ ওলাইছে। সি কথা কব পৰা নাই, মাথোন মুখৰপৰা এটা গো-গোৱনি ওলাইছে—ক'ৰবাত থেকা খাই খাই।

পুৱতি নিশাৰ ব্যস্ত ট্ৰেন্সৰ সৈনিকসকল খন্তেকৰ বাবে চঞ্চল হৈ পৰে। এটা গুণ্‌গুণনি—বেটেলিয়নৰ জোৱানসকল মাজত। কিন্তু কথা পাতিবলৈ, বিমৰিষ হবলৈ সময় নাই। ৰাইফলৰ নিচানৰ-পৰা চকু আঁতৰাই অনাৰ, অন্যমনস্ক হোৱাৰ সময় নাই।

মৰ্টাৰে পেৰিমিটাৰ ভাঙি দিছিল আৰু সেই পিনেদি বুলেট ছুটা আহি ট্ৰেন্সতে বেটেলিয়নৰ জোৱান জীৱেশ্বৰ গগৈক ভীষণভাৱে আহত কৰিছে। মেডিকেল এইডৰ যি ব্যৱস্থা আছে সেয়া গগৈৰ বাবে যথেষ্ট নহয় বুলি অনুমান কৰিব পাৰি।

হি নিড্‌ছ ইমিডিয়েট ৰিম'ভেল টু হস্পিটেল। ৰ'জাৰ!

হেড্‌কোৱাৰ্টাৰলৈ লেটেষ্ট ৰিপ'ৰ্ট আমি, ৰাইফল্‌ছ আৰু শিখ এল-আই-এ একেটাকে দিলোঁ।

অলপ পিছতে কেপ্তেন চাতান সিঙে বতৰা দিলে,—কোহিমাৰ-পৰা বিহাৰ ৰেজিমেন্ট আৰু শিখ-এল-আইয়ে ৰেচন লৈ ৰাওনা দিছে।

এম্বুলেন্স? মই সুধিলোঁ।

গগৈ ইজ ন' ম'ৰ, ইউ ন'? প্ৰে' হিজ চউল বি ইন ৰেষ্ট্। গহীন হৈ কেপ্তেইনে কলে। জীৱেশ্বৰ গগৈ নামৰ এজন জোৱানৰ মৃত্যু হ'ল। বিদ্ৰোহী নগাৰ গুলীত। সি এষাৰ কথা পাতিব নোৱাৰিলে। কালি দুপৰীয়া আৰু যোৱা নিশাটো অনিদ্ৰা আৰু অনাহাৰে থাকিও কৰ্তব্যৰত হৈয়ে ৰ'ল। মৰণৰ সময়ত নাপালে ওচৰত কাকো। হয়তো পানী খাব খুজিছিল। নাই, পানী দিবলৈ ওচৰত কোনো নাছিল। নহয়, কেম্পত পানীয়েই নাই। শেষ হৈছে। মনটো বেয়া লাগিল।

সৈনিক জীৱন এনেকুৱাই। কেপ্তেইনে সান্ত্বনাৰ সুৰত কলে। তেওঁ বোধ হয় মোৰ মনৰ কথা বুজিব পাৰিছিল।

মেচেজ এটা পালোঁ—বিহাৰ ৰেজিমেন্ট আৰু শিখ এল-আইৰ সৈতে পুলিচ বেটেলিয়নৰ ৰেচন পাৰ্টিও আহিছে।



আহি জানো পাবহি খনোমা? কালিওতো আহিছিল। কালিও আৰ্মিৰ এটা দল আহিছিল খনোমা কেম্পলৈ বুলি। উভতি গ'ল। আগবাঢ়িব নোৱাৰিলে। খনোমা-কোহিমাৰ দূৰত্ব চৈধ্য মাইল। কিন্তু এই সাধাৰণ দূৰত্বটোকে বিদ্ৰোহীদলে অগম্য কৰি তুলিছে। কোহিমা টাউনৰ দক্ষিণ-পশ্চিম দিশত খনোমা বস্তী। মণিপুৰ ৰোড-কোহিমা-ইম্ফল ৰাজপথেদি মণিপুৰ ৰোডৰ ফালে চাৰি মাইল যাই বাটেদি আহি খনোমা ৰাস্তা ফাটি গৈ পাহাৰৰ মাজেদি আগবাঢ়িছে। বাটৰ একাষে খনোমা পোৱাৰ আগতে জচোমা বস্তী। খনোমাতকৈ উচ্চতাত কম; কিন্তু এখন পাহাৰৰ টিলাৰ ওপৰতে গোটেই বস্তীখন। সিঁচৰিত নহয় মানুহৰ ঘৰবোৰ। বস্তীৰ ইপিনে বাটৰ কাষতে থিয় পাহাৰ। এক প্ৰকাৰ অগম্য। বস্তী এলেকা পাৰ হৈয়ে ভীষণ দ খাল। ঢাকি আছে গছ-গছনিয়ে, জোপোহা বাঁহ আৰু কল গছে। তাৰেপৰা বাটটো বেছি খলা বমা। দাঁতিৰ পাহাৰৰ ওপৰত থকা গছ-গছনি আৰু প্ৰকাণ্ড শিলে বাটটো বছৰৰ বাৰেও মাহে চেচুক কৰি থয়। সোমালেই গা সিৰ্ সিৰাই যায়—বাৰিষাৰ বৰষুণ নিদিয়া বতৰতো। একো একোটা শিল বাঢ়ি আহি শেলুৱৈৰে ঢাক খাই এনেভাৱে আছে যে অলপ অসাৱধান হলেই মটৰে খুন্দা মাৰিব পাৰে সেই শিলৰ পেটত। পৰিবগৈ পাৰে ইকাষৰ সুগভীৰ খালত। বাৰিষা কেতিয়াবা ওপৰৰ শিল-মাটি খহি বাট বন্ধ কৰে। কেতিয়াবা বাটৰ একাংশ খহি খালৰ বুকুত জাহ যায়।

তাৰ পিছতহে খনোমা। পাহাৰৰ টিলাই টিলাই কেবাটাও খেলৰ সমষ্টিৰে খনোমা বস্তী। বস্তীক বেঢ়ি আছে অটব্য পাহাৰে। যেন এটা পাহাৰৰ গড়ৰ মাজত সুৰক্ষিত খনোমা বস্তী। অলপ দূৰেদি বৈ গৈছে এটি নিজৰা। তাৰপৰাই বস্তীৰ মানুহে পানী খায়। বস্তী পাৰ হৈ বাটটো ক্ষীণ হৈ প্ৰায় শেষ হৈছে। লুংলুঙীয়া বাটটো পথাৰৰ মাজেদি, খনোমা নদীৰ ওপৰেদি থিয় পাহাৰ এখন

পাৰ হৈ মোজেমা বস্তীত ওলাইছেগৈ। খনোমা নদীত বেতৰ ওলমা দলং। মোজেমা-খনোমা-কোহিমাৰ সংযোগ। মোজেমা পশ্চিম আঙ্গামী অঞ্চলৰ প্ৰান্তীয় বস্তী। দলংখনত উঠিলে দোলে। কিন্তু মজবুত। পাহাৰটো বগাবলৈ এহাতমানৰ মূৰে মূৰে শিল পাতি দিয়া। থিয় পাহাৰ। থিয় বাট। উঠাত কৈ নমাত কষ্ট হয় বেছি। শিলৰ খটখটিৰ দৰে পাতি থোৱা আছে বুলিও ইমান থিয় পথ যে শিলত খোপনি হেৰালে হামখুৰি খাই পৰি বাগৰি যাব লাগিব তললৈ। মুখৰ চিন-চাব নাথাকিব। সেয়ে পাহাৰটোত উঠোতে আৰু নামোতে যথেষ্ঠ সাৱধান হব লাগে। মোজেমাক সংলগ্ন কৰা একমাত্ৰ পথ। আন বাটেদি সেই প্ৰান্তীয় বস্তীখনলৈ যোৱাৰ উপায় নাই। অটব্য অৰণ্য বেষ্টিত। গাঁওবুঢ়া, দোভাষী নাইবা দোভাষী ক'ৰ্টত কাম নথকা মানুহৰ কোহিমা নগৰ নাইবা জনসাধাৰণেৰে সম্পৰ্ক নাই।

ৰাতিপুৱা ধাৰাষাৰ বৰষুণ। একেৰাহে প্ৰায় এঘণ্টা দোপাল-পিটা বৰষুণ দিয়াৰ পিছত এৰিলে বৰষুণ জাক। বতৰ ডাৱৰীয়া। লাষ্ট্‌ মেচেজটো দি শিখ-এল-আইৰ অপাৰেটৰ অমৃত সিঙে মোখনি মাৰিছে—মাইক কিং এবল্ অল আণ্ডাৰষ্টুড—অ' ভাৰ।

শিখ লাইট ইনফেন্ট্ৰিৰ অন ডিউটি জোৱানজনে এল. এম. জিটো খামোচ মাৰি ধৰি চেন্ট্ৰি পোষ্টৰপৰা চিঞৰি দিলে—হ ল্ট্‌!

আমি সতৰ্ক হলোঁ। গুলীয়াবলৈ এৰি বিদ্ৰোহীদলে অভিসন্ধি কৰি কেম্পৰ ভিতৰ সোমাবলৈ চেষ্টা চলাইছে নেকি?

ফ্ৰে ই গু! ক'লা আঙ্গামী চাদৰখনৰপৰা হাত দুখন ওপৰলৈ তুলি ডেকাজন থিয় দিলে। মাতত তাৰ উত্তেজনা। তাৰ পিছত চেন্ট্ৰিপোষ্টৰ চেন্ট্ৰিজনৰ ওচৰলৈ লাহে লাহে সি আগবাঢ়ি আহিল। ৰেজিমেন্টৰ জোৱান এজনে ডেকাজনক কেম্পৰ ভিতৰলৈ অনাৰ



আগতে ইউনিফৰ্মৰ জেপ আৰু ককাল চেক্ কৰিলে। অচিন কাঠৰ থোৰা লগাবলৈ এই দুৰ্যোগৰ মাজত কোনো ৰাজি নহয়। জোৱাজনৰ পাছে পাছে আহিল ডেকাজন। কোঁচাই আঁঠুৰ ওপৰলৈ তুলি লোৱা বেটেলিয়ন পুলিচৰ খাকি ইউনিফৰ্ম। ইউনিফৰ্মৰ বুকুফাল বোকাত লুতুৰি পুতুৰি। মুখমণ্ডলত ক্লান্তি। কিন্তু ধৈৰ্যৰ চাপে ক্লান্তিক প্ৰশ্ৰয় দিয়া নাই। বোধহয় সি বুকেৰে চুচৰি চুচৰি আহিছে—লুকাই লুকাই। আত্মৰক্ষা কৰি। কোননো? কি কথা বাৰু?

ডিছিপ্লিনৰ ফালৰপৰা ঘপৰাই তাৰ ওচৰলৈ উঠি যোৱা নিষেধ। তাৰউপৰি আৰ্মিৰ লগত আমাৰ যুটীয়া ব্যৱস্থা। গলে বেয়া দেখি।

ক্যা মাংতা? এল. আইৰ চুবেদাৰে ধমকিৰ সুৰত প্ৰশ্ন কৰিলে।

কেম্প কমাণ্ডাৰ চাবকো। গাৰ চাদৰখন গুচাই কান্ধত পেলাই লৈ এটেনশ্যন হৈ সি উত্তৰ দিলে।

ক্যা মতলব?

নোমল নেকি অ'? পজিশ্যন লৈ থকা অৱস্থাৰেপৰা বেটে-লিয়নৰ এজনে প্ৰশ্ন কৰিলে।

ময়ে হয়।

কি হ'ল? ক'ৰপৰা?

মোজেমা অ' পিৰপৰা পলাই আহিছোঁ। চি অ'ক লাগে। জৰুৰী খবৰ আছে।

তুম্ পেহছানতা হ্যাঁয়? চুবেদাৰে প্ৰশ্ন কৰিলে।

আমাৰ বেটেলিয়নৰ জোৱান, মোজেমা অ' পিৰপৰা প্ৰায়ৰিটি মেচেজ লৈ চি. অ'ৰ ওচৰলৈ অহা বুলি কলোঁ।

য়ুনিফৰ্ম এইছা হো গিয়া কাহে? অ' পিমে' ডব্লু-টি নেহি হ্যায়? চুবেদাৰে জেৰা কৰিবলৈ ধৰিলে। চুবেদাৰে নুবুজে নগা পাহাৰৰ অ' পিবোৰ কেনে দুৰ্গম স্থানত আছে। বাট-ঘাটৰ অৱস্থা

কেনেকুৱা। সি জানো এনেই পলাই আহিছে! নিশ্চয় কিবা জৰুৰী আৰু গোপনীয় কথা আছে।

চি. অ' চাব্‌ছে ভেট নেহি হোগা চাব্? নোমল ভূঞা অলপ বিৰক্ত হৈছিল।

জুনিয়ৰ কমিচন্‌ড্‌ অফিচাৰবোৰে জোৱানবোৰৰ ওপৰত সততে খবৰদাৰী কৰে। চুবেদাৰ অলপ ক্ষুণ্ণ যে হৈছে সেইটো স্পষ্ট। কিয়নো নোমলে তেওঁৰ আগত চি. অ'ক কিয় লগ পাব খুজিছে সেই বিষয়ে নকৈ একেবাৰে চি. অ'ক বিচাৰিছে। খনোমা অপাৰেশ্যনৰ দায়িত্ব আৰ্মিৰ হাতত। আমি পুলিচ বেটেলিয়ন, বিহাৰ ৰেজিমেণ্ট, পঞ্জাব ৰেজিমেণ্ট, শিখ লাইট্ ইনফেণ্ট্ৰি এটাইবোৰৰে জোৱান আছোঁ যদিও সকলোৰে ওপৰৰ মূৰবী বিষয়া কেপ্টেইন চাতান সিঙ। কেম্প কমাণ্ডাৰ তেওঁ।

চুবেদাৰে বিৰক্তিৰে বাট দেখুৱাই অনা ৰেজিমেণ্টৰ জোৱানজনলৈ চাই কলে,—দফ্‌তৰ মে লে যাও!

নোমল ভূঞাৰ ৰিপ'ৰ্ট মতে হেড্‌কোৱাৰ্টাৰলৈ জৰুৰী সংবাদ প্ৰেৰণ কৰা হ'ল—মোজেমা অ' পিত ভীষণ সজ্মৰ্ষ। আজি চাৰিদিন ধৰি। সাৱধানে বিদ্ৰোহী দলক দূৰতে বাধা দি থকা হৈছে যদিও পশ্চাদবাহিনী সোনকালে তালৈ পঠোৱাটো অত্যন্ত জৰুৰী। নহলে হাতত থকা বুলেট শেষ হলেই বেটেলিয়নে বিদ্ৰোহী নগাৰ হাতত আত্মসমৰ্পণ কৰাৰ বাহিৰে হয়তো গত্যন্তৰ নাথাকিব। অ' পিত ডব্লিউটি চে'ট নাই বাবে শেহতীয়া বাতৰি দিব পৰা নাযাব। অ' পিৰ জোৱান নোমল ভূঞাই নিজৰ জীৱন বিপন্ন কৰি পাহাৰ বগাই, অৰণ্য ভেদি শত্ৰুৰপৰা অতি সাৱধানে আত্মৰক্ষা কৰি খনোমা অ' পিত এই মৰ্মে বাতৰি দিছেহি।

পাঁচদিন পাৰ হৈ গ'ল। খনোমা কেম্পৰ ৰেচন ইতিমধ্যে শেষ হৈছে। সপ্তাহত এবাৰ ৰেচন দিয়াৰ ব্যৱস্থাটোৱেই অব্যাহত



আছিল। কিন্তু সপ্তাহ শেষ হ'ল। দ্বিতীয় সপ্তাহৰো আধা পাৰ হ'ল। ৰেচন অহা নাই। আহিছে—অহাৰ খবৰ পাওঁ; কিন্তু খনোমা কেম্প নাপায়হি। বাটতে সজ্মৰ্ষৰ সম্মুখীন হৈ উভতি যাবলগীয়া হয়। সেইদৰে উভতি আহিছে মোজেমা অ' পিলৈ যোৱা পশ্চাদ-বাহিনী। খনোমাপথ এৰি সেই দলটো মণিপুৰ ৰোডলৈ যোৱা ঘাই পথেদি কোহিমাৰপৰা তেৰ মাইল গৈ তাৰেপৰা ৰুট্ মাৰ্চ কৰি সাত মাইল যাব লাগিব। তেতিয়াহে মোজেমা পাবগৈ। নিৰ্দিষ্ট বাট নাই—লুংলুঙীয়া বাট হয়তো আছে; অকাই পকাই কেনিবাদি গৈ হয়তো হঠাতে শেষ হৈছে। সেই দৰে যোৱা পশ্চাদবাহিনীয়েও পাহাৰৰ মাজত সজ্মৰ্ষৰ সম্মুখীন হৈ ৰিট্ৰিট্ কৰিছে—উই আৰ আনদান্। পাহাৰৰ মাজৰপৰা চলোৱা অতৰ্কিত আক্ৰমণৰ প্ৰতিৰোধ সহজে কৰি আগবাঢ়িব নোৱাৰে ইণ্ডিয়ান আৰ্মি। যথাসাধ্য যত্ন কৰিও অকৃতকাৰ্য হৈ উভতি গৈছে কোহিমালৈ ৰেচনৰ গাড়ী, এম্বুলেন্স, পশ্চাদবাহিনী। আৰু খনোমা কেম্প সম্মুখীন হৈছে খাদ্যাভাৱৰ। বিশেষকৈ পানীৰ। নিজৰাটোৰপৰা পানী আনিবলৈ যাবলৈ কাৰো সাধ্য নাই। কোনোবা গলেও উভতি আহিব নোৱাৰে—ইও সঁচা।

ৰাতি অবিৰাম আক্ৰমণ চলায় সিহঁতে। দিনতো। কোনোবা-দিনাহে কিছু সময়ৰ বাবে বিৰতি পৰে। ওৰ নপৰে। উজাগৰে অনাহাৰে গুলী চলাই চলাই প্ৰতিজনে আশা কৰে ৰেচনৰ গাড়ী অহাৰ, পশ্চাদবাহিনীৰপৰা অলপ সময় জিৰাণ পোৱাৰ।

মেচেজ দিছে—যোৰহাটৰপৰা দুখন বিমান আহিছে—খনোমাত এয়াৰ ড্ৰপিং হব—খাদ্য আৰু পানী। নহলে উপায় নাই। কনভয় ঘূৰি গৈছে চাৰিদিন চেষ্টা চলাই। হেড্‌কোৱাৰ্টাৰলৈ।

ডাৱৰীয়া বতৰৰ বাবে খনোমাৰ ওপৰেদি ড্ৰপিঙলৈ অহা বিমান দুখন উভতি যায়। উই আৰ চ'ৰি, ৰেডাৰ নট ফেভাৰেবল।

ভগ্‌বান্‌নে মাৰ ডালা। পিলেইন ৱাপছ গিয়া। পাঞ্জাৱী জোৱান এজনে ভোৰ্‌ ভোৰালে।

কি ৰে ?

মোৰপৰা অলপ দূৰত অভিজিত। অভিজিত দাসগুপ্ত। ৰাইফলটো একাষে লৈ পেট পেলাই পজিশ্যন লৈ পৰি আছে। তাৰ চকুৱে চকু পৰাত সুধিলে। মোৰ তাক দেখি হাঁহি উঠিছিল। কাৰণ, অভিজিতে ৰাইফলটোলৈ চাই জিভাৰে তলৰ ওঁঠটো চেলেকি আছিল। যেন কিবা এটা ভাল বস্তু সি দেখিছে; কিন্তু খাব পৰা নাই। নাইবা যেন সি বাঙ্কাৰত পজিশ্যন লৈ গুলীয়া গুলীৰ সন্মুখীন হোৱা নাই। এনেয়ে অলসভাৱে পেট পেলাই পৰি থাকি সময় কটাইছে। মই কেলেই হাঁহিছো সি জানিব খুজিছে। মই কৃত্রিম গাম্ভীর্যৰ ভাও জুৰিলোঁ। যেন কিবা এটা গোপনীয় অথচ ৰসাল কথাহে মই অকলে উপভোগ কৰিব খুজিছোঁ। মই একো নমতা দেখি বিৰ্‌বিৰাই মোক আকর্ষণ কৰিব খুজি—ধূৰ্ শ্যালা। খামখা ঝামেলা ! বালা লাগেৰনা বা ! বুলি ৰাইফলটোলৈ এবাৰ চাই মোলৈ চাই ৰ'ল।

কি ৰে ? মই চকু টিপিয়ালোঁ।

হাঁহিছ কিহৰ নিমিত্ত ? সি আগ্রহেৰে সুধিলে। তাৰ খং তুলিবলৈ কলোঁ—

চুভায !

হেড্‌কোৱার্টাৰৰ বেৰেকত তাক চুভাষ বুলি জোকায়। সি বেয়া পায়। কিন্তু নামটো দিবলৈ সুবিধা সিয়ে দিছিল।

অভিজিতে হেড্‌কোৱার্টাৰত মুখ জপাই থাকিবলৈ টান পাইছিল। অনবৰত এটা নহয় এটা কথা উলিয়ায়। বিশেষকৈ গধূলি বক্তৃতা আৰম্ভ কৰে। আবেলি স্কুকণ্ডা বুজি ওলাই গৈ ডছ কোম্পানী বা চক্রবর্তীত বঙলা বাতৰি কাকতখন যি দিনা পঢ়ি আহে সেই দিনা



তাৰ বক্তৃতাৰ কোব চৰে। কলিকতাৰ ফুটবল লীগৰপৰা কৃষ্ণনগৰৰ ওচৰত পাকিস্তানীয়ে ভাৰতৰ সীমা পাৰহৈ ছাগলী চুৰি কৰালৈকে এফালৰপৰা ফেনাই ফেনাই বর্ণনা কৰে। তাৰউপৰি তাৰ বক্তব্য বহুত। কুছিয়াৰা, কাটাখালৰ বন্যাৰ কথা কবলৈ পালে সি আপোন পাহৰা হয়। আৰু ভাল পায় নেতাজী সুভাষ বসুৰ কথা উলিয়াবলৈ পালে।

তোৰা জাননা, সুভাষ বসু মৰা নাই। ইংৰাজ গবর্ণমেণ্টে চালা ডৰ কৰি কেনে নেতাজী বিমান দুর্ঘটনাই মাৰা যোৱা বুলি গুজব ৰটাইয়া দিল। নেহৰু চালাক লোকত, হেই কথা মানি কেনে ৰাষ্ট্র কৰি দিছে— নেতাজী বিমান দুর্ঘটনায় জাপানে মাৰা গেছেন।

কেলেই ? কোনোবা এজনে এনেয়ে অভিজিতক প্রশ্ন কৰে।

আৰে, নেহৰু নেতাজীকে ডৰ কৰে যে। পেটে পেটে বেয়াভী পায় ! নেতাজী থাকিলে ক'ত জহৰলাল প্রাইম মিন্‌ষ্টাৰ হবলৈ আছিল ? সুভাষেৰ এক কথায় বাংলা কাঁপে। ছাড়া হিন্দুস্তান কাঁপে। বাঙালীত !

বাদ দে বাদ দে তোৰ বাঙালী কাঙালী কথাবোৰ ! বিৰক্তিৰে বোধহয় দেবেনে কৈছিল।

ৰঃ চোন, কবলৈ দে। নগেনে দেবেনক বাধা দিছিল।

ৰাতি ভাত খোৱাৰ পিছত অভিজিতে আসৰ জমায়। আবেলিতে এপাক গৈ দিদিৰ দোকাৰৰপৰা জর্দা দিয়া পাণ এখন আনি ভাত খাই উঠি খাবলৈ আলফুলকৈ কাগজ এখিলাৰে বান্ধি থয়। ৰাতি পাণখন মুখত এফলীয়াকৈ সুমুৱাই লৈ কথা আৰম্ভ কৰে। আড্ডা জমাব নোৱাৰিলে বহুতো সময়ৰ পিছত সি পিক পেলায়। কথাৰ পাগ লৰে বুলি কেতিয়াবা সি পিকখিনি নেপেলাই কোট্ কৰে গিলি থৈ পুনৰ আৰম্ভ কৰে। জর্দা দিয়া পাণ খাই কেতিয়াবা ঘামে।

কোনোবা দিনা হেকটিয়ায় ! আনৰ কথা শুনাতকৈ সি নিজে কথা কৈ ভাল পায়।

এটা চাঞ্চাতিক খবৰ তহঁতি জান? এদিন ফুচ্‌ফুচাই সি আমাক সুধিছিল।

তোৰ চব্‌ কথায়ে হাঞ্চাতিক দে। দেখৰ মানে ব'ম। হবেনে অভিজিতৰ গোপনীয় কথাটোৰ বিষয়ে প্ৰশ্ন কৰি কৰা আটিমুটিখন দেখি দপ্‌ দপাই উঠে।

আৰে হুন। হুন্‌ৰে। উকৰাই কেনে নিদিবি।

আচ্ছা, ক বাৰু!

অভিজিতে গোপন কথাটো ইফালে সিফালে কোনোবা বাহিৰা মানুহ আছে নেকি চাই লৈ কলে—

এই যে নাগা বিলাক বিপ্লব কৰিছে—সিহঁতৰ লিডাৰ কোন হয় জান?

'নোকৰ ইয়ে মালিক।

লিডাৰ ইয়ে পাব্লিক— 'টাংখুলে গান জুৰিলে।

হেই বেটা টাংখুল, ভাল কথা কলে মানে ফাট্ৰামী! অভিজিতে ধমকিৰ সুৰত টাংখুললৈ চাই আগৰ কথালৈ আহিল—

ফিজো নামতহে লিডাৰ। আজাদ হিন্দ্‌ ফৌজত ফিজোও আছিলতো; নেতাজী আছিল আজাদ হিন্দ্‌ ফৌজৰ কামাণ্ডাৰ ইন্‌ চীফ্‌। জানাতো? ফিজোৱে স্বাধীন নাগাৰাজ্যৰ বাবে বিপ্লব নামতহে কৰিছে। ব্ৰেইন হ'ল নেতাজীৰ। বিপ্লবী বীৰতো! নিজস্ব চৰকাৰ গঠন কৰি নেহেরুক উকৰাই দিব চাবি। নেতাজীয়ে নাগা হিলত আত্মগোপন কৰি থাকি বিপ্লব পৰিচালনা কৰিছে। আৰু···।

অভিজিতে ভাবিছিল তাৰ শ্ৰোতাসকলে আশ্চৰ্য-বিস্ময়ত তধা লাগি চাই ৰব তাৰ মুখলৈ। কিন্তু সকলোৱে গিৰ্জনি মাৰি তাৰ



কথাত হাঁহি দিলে। সি হতাশ হ'ল। আৰু হতাশ হ'ল যেতিয়া সি দেখিলে যে, সি ইমান দিনে যিহকে কৈছে তাকে নীৰৱে একান্ত মনে শুনি অহা গহীন ৰাজবংশীয়েও খিল্‌খিলাই জাকতে উজাইছে। অভিজিতে আৰু কিবা কব খুজিছিল কিন্তু বাকীবোৰৰ হাঁহিৰ খলকনিত তাৰ কথা শুনা নগ'ল। সি সেইদিনাৰপৰা নেতাজীৰ বিষয়ে কমকৈ, বিশেষকৈ মানুহ চাইহে উলিওৱা হ'ল; কিন্তু তাক চুভাষ বুলি এটায়ে জোকাবলৈ নামটো বাছি ললে।

কেনে? অভিজিতক চকু টিপিয়াই সুধিলোঁ।

একদম তিক্ততা ৰে! ৰাইফলটোলৈ চাই সি মুখেৰে শব্দ এটা কৰি বিৰক্তি প্ৰকাশ কৰিলে।

ৰমণী হেড্‌কোৱাৰ্টাৰতে আছে অ'।

মোৰে অদৃষ্ট মন্দ ৰে! দিয়া দিছে শ্যালা আউট ফোষ্টে থেইল্যা ---যাও উবাই গিয়া মৰ গিয়া!

ৰমণী তালুকদাৰ, গহীন ৰাজবংশী আৰু অভিজিত দাসগুপ্ত। তিনিওজনৰ এটা ফাইল। বৰ বন্ধু। ৰমণী নলবাৰীৰ। ৰাজবংশী গুৱালপাৰাৰ আৰু অভিজিত কৰিমগঞ্জৰ। তালুকদাৰ আৰু দাসগুপ্ত বৰ কথকী। মাজতে দুয়োজনৰে নীৰৱ শ্ৰোতা ৰাজবংশী। বৰ হোজা বিধৰ, সৰল চিতীয়া গহীনে কথা কম কয়। যিয়ে যি কয় একান্তমনে শুনি থাকে। মাজে মাজে কওঁতাৰ মুখলৈ ৰ লাগি চাই মিচিক মাচাক হাঁহে। কেতিয়াবা মূৰ দুপিয়াই শলাগে। কেতিয়াবা কথা শুনি থাকোঁতে জুইশলাৰ কাঠিৰে কাণ খজুৱায়, নাইবা পিঠিটো মেছা কৰি হাত পিছলৈ নি মুখখন বেকা কৰি বৰ তৃপ্তিৰে পিঠি খজুৱায়। ৰমণীয়ে গহীনক সখি বুলি মাতে। ই কিন্তু তাক সখি বুলিবলৈ টান পায়। লাজ কৰে। আনে জোকায় বুলি। বেৰেকৰ সকলোৱে কিছুদিন গহীনক সখি সখি বুলি মাতি হায়ৰাণ কৰি মাৰিছিল। গহীনৰ খং তুলিব নোৱাৰি পিছে বাদ দিলে।

ঐ গহীন ৰমণীক সখি নুবুলিবি দেই। বান্দৰ আৰু ঘৰিয়ালৰ সাধুটো জান ?

জানং। সি লাজ লাজকৈ হাঁহি উত্তৰ দিয়ে।

ঐ বাছা হৰেন ! তই নাজ্না ? সখি গোৱালপাৰাৰ ছলি। মই নলবাৰীৰ। ওচ্ৰা ওচ্ৰি ঘৰ। ছুটীত গেলি একেখন ৰেলতে যাওঁ। তই লখীমপুৰীয়াই কিহৰ বান্দাৰ ঘইবালৰ লেক্‌ছাৰ মাৰাহেই ?

ঠিক, ঠিকৰে ৰমণী ! ময়োতু লামডিং পৰ্যন্ত একখান ৰেলতে যাওঁ। লামডিঙত তিনিটায়ে ভাত খাই মই পাহাৰ লাইন, তহঁতি চিধা। আৰে হৰেন, আমাৰ কথা আলাদা ৰে বাপা !

ৰমণী আৰু অভিজিতৰ বন্ধুত্ব বেছিদিনীয়া নহয়। কিন্তু এতিয়া কঠালৰ এঠা হে যেন। আগতে সততে তৰ্ক-বিতৰ্ক হৈছিল দুয়ো-জনৰে। দুয়োজনে কথা কবহে খোজে। শুনিব কিন্তু নোখোজে।

কাটাখালত যি বন্যা হয় না—

কি কাটাখাল নাকাটা বিলৰ বানপানী ঐ ? পাগ্‌লাদিয়াৰ নাম শুনছা ? তই চাই থাকোতেই টেলিগ্ৰাফৰ খুটা পানীয়ে তল পেলাই থৈ দিব। ৰেলৰ দলাঙৰ পকী খুটা গুড্ডা কৰেই। আকবাৰ আদাল এন্নে বিৰাট আহত গছ উটাই আনছিল—গা গাছদাল বাৰটা মুনি মানহুইহে ঘেৰি লাগ পায়। থিয়াই থিয়াই উটাই আনছিল। কামান ফুটা যি শব্দ ! কি পানী ভাই ! নদী নহে সাগাৰ ! কি স্ৰোত ! বা-প্পা ঐ !

এদিন অভিজিতে যাত্ৰাপাৰ্টিৰ কথা কৈছিল—কলিকাতাৰ অম্বিকা নাট্য কোম্পানী, সত্যব্ৰত অপেৰাৰ যাত্ৰা দেখিছ তহঁতি ? কি অভিনয় ৰে ! চালে হাঁ কৰি চাই ৰবি। ভেড়া বনিবি ৰে ! কি চমৎকাৰ এ্যাক্‌টিং ! কি মুগ্ধকৰ গান। আৰু ড্ৰেছ ! কলকাত্তাত ! ফিমেল পাৰ্ট মেয়ে—হাঁ, চুয়ালীয়ে কৰে। তহঁতি দেখা নাই ! আঃ আমাৰ কাণে আজিও লাগি আছে ৰে—



যাত্ৰাপাৰ্টিৰ লেকছাৰ মোৰ আগত নাম্‌বিবি অভিজিত। কামৰূপীয়া ছলিক যাত্ৰাৰ কথা কৈ ভুলাবা নৰাহ্। তই যাত্ৰা দেখি ভেড়া বনিছিলি। মই যাত্ৰা কৰি পাইছু। মুখৰ কথা কাঢ়ি আনি ৰমণীয়ে কৈছিল।

তইনো কি হৈছিলি অ' ? যাদৱে বগৰ কৰি সুধিলে।

মই ? ৰাতি গাঁৱৰ পাৰ্টিয়ে আখ্‌ৰা কৰেই। কৰ্ণেট, ক্লেৰিঅ'-নেটৰ মাত শুনি আমাৰ ছলি গিলাৰ গা গৰম উঠেই টুপ্‌নি নাহেই ৰাতি। পলেই যাই মই চোক্‌ৰা সোমালু। আপী ছলি হৈ নাচো। একাঙ্গী নাচ কৰো।

কি নাচ ?

আপী ছলি হৈ অকলে পখিলাৰ দৰে নাচি নাচি গাহান গাব লাগে। অঙ্কৰ শেষত একাঙ্গী গান খোজেই মানুহে। নাচি নাচি ওলাই গেলি—ফুৰ্তিবাজ কোনোবাই আপীটোক আচাৰত আনি ৰূপাৰ মেডেল পিন্ধাই দিয়ে। কোনোবাই নগদ টাকা দি নাচৰ প্ৰশংসা কৰে। ৰাতি পালা খেদি পুৱাৰ ব'দত চকু মেল নাখা-য়, একাঠু বোকা-পানীত ঘুম্‌তিৰ জালোত আহুধান কাটোতে কাচিয়ে আঙুলি দুই দোখ্‌ৰা কৰেই। তথাপি যাত্ৰাত ফুৰা এটা বৰ বেলেগ নিচা দেচোন।

থ থ তোৰ নিচা, ৰমণী ! কইলকাতাৰ—

কলিকাতাৰ কথা কেমান শুনেবি অই ? তই কচোন, যাত্ৰা কৰি পাইছ ? গান গাই পাইছ ? বাজা বজাব পাৰাহ ?

জেপৰপৰা প্লাষ্টিকৰ ফণিখন উলিয়াই তাৰে দাঁতত পাতল কাগজ এখন হেচা মাৰি ওঠেৰে চেপি ধৰি টো টো কৈ ৰমণীয়ে এটা সুৰ বজাই সোধে—

কি গাহান জানাহ ? বিবেকৰ ! ঝাপতাল। একমাত্ৰা। তই পাৰিবি ? কৰ—। বচন এটা মাত ! ড্ৰেছ কৰি আচাৰক গেলি

ভূতে ধৰা গৰুই মূতা দিবি। এন্তোক—এই উজেইনা কিটাক সেগ্‌লা যাত্ৰাৰ কথা কবি। কামৰূপৰ ছলিক নকবি বুৎছাহ্? হাস্যকৰ!

সততে ৰমণী আৰু অভিজিতৰ এনে বিধৰ কথাবোৰকে কেন্দ্ৰ কৰি তৰ্ক-বিতৰ্ক লাগে। কথা বাঢ়ি গলে ৰমণীয়ে উজনীয়া সুৰ পাহৰে। নলবৰীয়া বাক্যবোৰ সৰ্‌সৰকৈ ওলায়। চেষ্টা কৰি শিকা অসমীয়া মাতেৰে প্ৰতিবাদ কৰি অভিজিতেও সুখ নাপায়। দুয়ো দুয়োকো কথা শুনায়। কোনে কি বুজে এজনেও খবৰ নাৰাখে।

আচৰিত কথা—সিহঁত দুয়োজনৰে তৰ্ক-বিতৰ্ক পাতলি আহিল। ইজনে কোৱা কথা সিজনে শুনা হ'ল। মাজতে প্ৰশ্নও কৰে। হাঁহে। ইটোৰে সিটোক কিন্তু নোজোকায়। লাহে লাহে ৰমণী-অভিজিত-গহীন তিনিও এটা ফাইল হৈ পৰিল। ৰমণী হেড্‌কোৱাৰ্টাৰত আছে, গহীন কোনোবা অ'পিত। বেচেৰা অভিজিত খনোমাহেন জয়াল অ' পিত চেপেটা খাই পৰি থাকিবলগীয়া হৈছেহি।

বৰ কষ্ট হৈছে নেকি তোৰ?

নাগাবা জ্বালাইয়া খাইল ৰে!

কি নাগা ৰে? চুভাষ বসুহে। তয়ে কৈছিলি দেখোন হেনো—

ধেৎ তেৰি, আৰ জ্বালাইছ না বা!

আজি দুপৰীয়া আহত হৈছে দুজন। শিখ লাইট্ ইনফেন্ট্ৰিৰ এজন জোৱান। চেন্ট্ৰি পোষ্টত পজিশ্যন লৈ আছিল। দহমান বজাৰে-পৰা ইমান বেছিভাৱে আক্ৰমণ সিহঁতে চলাইছিল যে যেন তিলকতে বিদ্ৰোহীদলে আমাক গুলীৰে থকা সৰকা কৰি বিজয় নৃত্য কৰিবহি আমাৰ কেম্পত। যেন গোটেই পাহাৰবোৰে আমাক ৰুদ্ৰৰূপ ধৰি চাৰিওফালৰপৰা খেদি আহিছে, চেপি আনিছে। পাহাৰৰ স্নেইবোৰ যেন গছ নহয়, অৰণ্য নহয়, একো একোটা সংহাৰকাৰী মূৰ্তিমান দৈত্য। ৰাতিৰ এন্ধাৰত সেই বিভীষিকা আৰু ভয়ানক হৈ উঠে



যেতিয়া সিহঁতে কুৰুলিয়ায়। চাৰ্জ-চাৰ্জ ব্লাডি ইণ্ডিয়ান আৰ্মিকো। গেট আউট ফ্ৰম ফ্ৰি নগালেণ্ডছে বুলি অৰণ্যৰ মাজৰপৰা চিঞৰে।

আৰু আহত হৈছিল বেটেলিয়ন পুলিচৰ এজন জোৱান। পেৰিমিটাৰ মৰ্টাৰে ভাঙিব ধৰিছিল। একে ঠাইতে তিনিটা মৰ্টাৰ প্ৰচণ্ড শব্দেৰে ফুটিছিল। পেৰিমিটাৰৰ বাহিৰৰ পিনে পথালিকৈ দিয়া কাঠ টুকুৰা টুকুৰ হৈছিল। সৰু ফুটা এটা ওলাইছিল সেই পিনে। মাটি খহি পৰি। ট্ৰেন্সৰপৰা মাটি ভৰা বস্তা এটা ফুটাটোত জাপি দিয়াৰ সময়ত সি থিয় হৈছিল। বস্তা দিওঁ নৌ দিওঁতেই এটা বুলেট তাৰ বাওঁ বাহুয়েদি সোমাই গ'ল। শিখ জোৱানৰ আঘাত হৈছে সোঁ-কান্ধত। বাহুৰ মাজেদি বুলেট সোমাই গৈছে। বোধহয় তাৰ হাড় ভাগিছে। ওচৰা ওচৰিকৈ পৰি আছে দুয়োটা আহত জোৱান। কেতিয়াবা পানী পানী কৰি পানী বিচাৰে। কিছু সময় তলকা মাৰে। আকৌ কেঁকায়। বাহিৰত গুলীৰ অবিৰাম শব্দ। ওৱাৰলেছৰ মেছেজ, বুলেট লোড কৰিবলৈ ৰাইফল খোলাৰ, বন্ধ কৰাৰ থক্ থক্ শব্দ। নীৰৱতা।

সৰু ছোৱালী এজনী ট্ৰেন্সৰ মাজেদি চুচৰি চুচৰি গা বচাই আহিছে। তাইৰ হাতত এটা সৰু টেমা। চিগাৰেটৰেই নে কনডেন্স্ মিল্কৰে জানো!

কি? মই সুধিলোঁ।

জ্‌জু লেই। বুজি নাপাবও পাৰোঁ বুলি তাই টেমাটো মই দেখাকৈ নমাই ধৰিলে। পানী এটেমা।

তাই আঙুলিয়াই ইঙ্গিতেৰে আহত জোৱান দুজনলৈ দেখুৱাই কলে—খাবি। মানে, তাই সিহঁতলৈ পানী এটেমা আনিছে, খুৱাই দিব লাগে।

পানী টেমা লৈ লগত তাইকো লৈ ওচৰৰ জোৱান দুজনৰ ওচৰত গৈ থিয় দিলোঁ।

দুয়ো কাতৰভাৱে চালে।

পানী। মই দুয়োকো সৰু সৰুকৈ কলোঁ।

আশা আৰু আনন্দৰ ৰেশ সিহঁত দুয়োটাৰে চকুত কিদৰে প্ৰকাশ পালে অনভিজ্ঞজনেও দেখি বুজি পাব। দুয়োকো অলপ অলপ পানী খুওৱালোঁ,—ছোৱালীজনীৰ হতুৱাই। তাই সিহঁতৰ ইউনিফৰ্ম ৰঙা কৰা তেজবোৰ দেখি দুখ কৰি কলে—আয়াস্!

ইঙ্গিতেৰে সিহঁতক কলোঁ—পানীটোপা তায়ে জোগাৰ কৰি আনিছে। কেম্পত যে পানী নাই সিহঁতেও জানে।

ছোৱালীজনীক সুধিলোঁ পানী ক'ত পালে। তাই আঙ্গামীৰ বাহিৰে একো বুজি নাপায়। লাহে লাহে কলে। কিন্তু বুজি নাপালোঁ গোটেইখিনি কথা। মুখলৈ চাই থকা দেখি তাই সুধিলে,—চিম মে'? নাই বুলি কলত তাই ইঙ্গিতেৰে বুজালে যে সিহঁতৰো পানী নাই; কিন্তু তাই পুৱাৰ বৰষুণ ধৰিছিল টেমাটোত। কোনেও খোৱা নাছিল। কেম্পতো পানী নাই বুলি সিহঁতে জানে। তাই পানী টেমা লৈ আহিছে।

জখম চি বা মে? দুজন মানুহ যে জখমী হৈছে তাই জানিছিল নেকি সুধিলোঁ।

ওঁ। তাই মূৰ জোকাৰিলে।

পানী! পানী! বাকীখিনি তাই প্ৰকাশ কৰিব নোৱাৰিলে।

আয়াস্ কচত! সিহঁতৰ যে বৰ কষ্ট হৈছে তাই বুজি পাইছে।

মই মূৰ দুপিয়াই শলাগিলোঁ।

চিগাৰেটটো হাতত লৈ চিগাৰেট নাইবা জমাদাৰৰ মুখৰ পিনে নাচাই গহীনাই গাঁওবুঢ়াই অনতিদূৰৰ খনোমা বস্তীখনৰ পিনে চাই কান্ধৰপৰা পিছলি যোৱা ৰঙা কম্বলখন চাটিমাৰি লৈ আত্মবিশ্বাসেৰে



কলে,—মই খেৰ'মা খেল লাগা গাঁওবুঢ়া হয়। চৰকাৰ লাগা মানু। ইমান দিনপাৰা চৰকাৰকে চালাম দি আহিছো। কিন্তু—

কিন্তু বুলিয়েই গাঁওবুঢ়া বৈ গ'ল। দুই এদাল পকা আৰু চুটিকৈ কটোৱা থৰঙা চুলিৰে গাঁওবুঢ়াই উত্তেজনাত মূৰটো জোকাৰি হাতখন এনেদৰে মুঠি মাৰি ধৰিলে যে তেওঁৰ সৰু সৰু ৰঙছুৱা চকু দুটা তিৰ্‌বিৰাই উঠিল।

কি ন্‌তু, জংগল পাৰ্‌টিৰ কি হক্ আছে আমাক হুকুম দিবলে? সিহঁত আহ্ বুলি মাতিলে যাবলে'; যা বুলি কলে মানে কুকুৰ নিচিনা গুচি আহিবলে আমি মানু নহয় নেকি? আমাৰ ভাবি চাবলে মাথাতে মকচ্ আছে, সিহঁত নিচিনা মাথা পাগ্‌লা নহয়। সিহঁত আমাৰ ফ্ৰেণ্ড নহয়। হেঃ, সিহঁত ফ্ৰি মাঙিছে, চাধীন হবলে লাগে, মিলামিলি থাকিলে কি বেয়া হব?

আপোনাৰ কথা জানো চব মানুহে মানিব? আৰু গাঁওবুঢ়া আছে নহয়। জমাদাৰৰ প্ৰশ্নত যেন গাঁওবুঢ়া আহত হ'ল।

হাতৰ মুঠিটো খুলি গাঁওবুঢ়াই দেখিলে যে জমাদাৰে তেওঁক দিয়া চিগাৰেটটো ভাগি ভিতৰৰ ধপাতৰ গুৰিবোৰ হাতৰ তলুৱাত লাগি ধৰিছে।

আস্! মোকে মাফ্ কৰিব দেই!

একো নহয়, আৰু আছে গাঁওবুঢ়া লওক।

শান্তভাৱে গাঁওবুঢ়াই চিগাৰেটটো জ্বলাই দুটামান মৃদু টান মাৰি কিবা এটা মনত পেলাবলৈ খুজিলে।

নাথাকে, কোনো নাথা—কিব। চব্ মানু পাগালা হৈছে। নিচা খোৱা মানু পাগালা হলে মানে ভাল হবলে আছে; কিন্তু মন পাগালা হলে মানে ভাল হবলে টান। খনোমা বস্তীৰ চব্ মানু বস্তী চাৰি কেনে গুচি যাব। কথা কলে মানে নামানে! গাঁওবুঢ়াৰ কথাত গভীৰ বিষাদ।

যাক্। যাব দিবি! সিহঁত বেইমান হয়। মন থিক নাই। থাকিলেও কি হব? জংগল পার্টি মানা কৰিছে বাবে খেতি কৰিব পৰা নাই,—খাবলে চৰকাৰ চাউল দিবি! বিমাৰ হৈছে—চৰকাৰ দাৰু দিবি! বুলি সিহঁতবিলাক চৰম নোহোৱা নিচিনা চাউল মাঙিব, দাৰু লব, ঘৰ বনাবলে টকাভী লব আৰু চৰকাৰ কথা নমনা জংগল পার্টিকে সেইবোৰ দি কেনে মদত কৰিব। কি ফয়দা আছে তেনেকা মানুহ বস্তীত থাকিলে মানে? কিন্তু আপোনাকে একটা কথা মই কব দেই, জমাদাৰ চাহাব! কোহিমাতে মই ডি. চি. চাহাবকেভী কৈ আহিছে, আপোনাকেভী; জংগল পার্টিকেভী কব—হাঁ তাইখানকেভী কব, কি ভয় কৰিবলে আছে, যে, স্মই যিম্মান দিন থেৱ'মা খেল লাগা গাঁওবুঢ়া জিন্দা থাকিব,—যেন্নেকা হলেভী, তাইখান গুলী কৰি মাৰিলেও—

নাই আমিতো আছো সিহঁতক বাধা দিবলৈ—

জমাদাৰৰ কথাত কাণ নিদি গাঁওবুঢ়াই কৈ গ'ল—চব্ মানু খাবলে নাপাই মৰিল্লেভী থেৱ'মা খেলৰ এটা বাচ্ছা ল'ৰাভী বস্তী চাৰি নাযাব। মই যাব নিদিম। মোৰ খেল হয়। মই গাঁওবুঢ়া হয়। মই থিক থাকিলে আনবিলাক কেনেকা পাৰিব ককচোন? কিবা হাল্লা কৰিলে দাও লগতে কাটি দিম—। থিক আছে, জেইল যাব। কিন্তু বিচছাছ্—ইটু ভাঙিবলে, নহব।

খনোমা বস্তী। আঙ্গামী এলেকাৰ বিখ্যাত গাঁও। ইংৰাজে নগাপাহাৰ দখলৰ অভিযান কৰাৰ সময়ৰেপৰা খনোমাৰ আঙ্গামী ৰাইজে দুৰ্ধৰ্ষতাৰ পৰিচয় দি আহিছে। আঙ্গামী সম্প্ৰদায়ৰ সামাজিক ৰীতিনীতি এসময়ত নিৰ্ধাৰণ কৰিছিল খনোমাবাসী ৰাইজে। পৱিত্ৰ চিক্ৰেনী পূজা খনোমাৰ আঙ্গামী ৰাইজে পতাৰ অন্ততহে আন আন বস্তীত পতাৰ নিয়ম আছিল। বহুতো প্ৰতিভাশালী ডেকা-গাভৰুৰ জন্মদাতা খনোমা বস্তী। খনোমা বস্তী স্বাধীন নগাৰাজ্যৰ ভ্ৰান্ত



ধাৰণা নিৰীহ নগা জনসাধাৰণৰ একাংশৰ মগজত সুমুৱাই বিচলিত কৰা আঙ্গামী জাপু ফিজোৰ জন্মস্থান। দহ হেজাৰ ফুট ওখ জাপুটিঙৰ গাতে আউজি খনোমা বস্তী। যেন একুৰা তুঁহ জুই।

খনোমাত বিদ্ৰোহী নগাই গোপন ঘাটি পতা বুলি গোপন বতৰা পোৱা গৈছিল বহুদিন আগতে। কিন্তু প্ৰত্যক্ষ প্ৰমাণ কাৰো হাতত একো নাছিল।

সন্ত্ৰস্ত নগাপাহাৰ। সন্ত্ৰস্ত খনোমা আউট পোষ্ট। বিদ্ৰোহী নগাই যিকোনো মুহূৰ্ত্ততে আক্ৰমণ কৰিব পাৰে। চিঠি দিছে খনোমা বস্তীৰ গাঁওবুঢ়াহঁতলৈ—চিঠি নহয় নিৰ্দেশ। প্ৰাণৰ মমতা আছে যদি বস্তী এৰি নিৰাপদ ঠাইলৈ অতি সোনকালে গুচি যাব লাগে। গুচি যাব লাগে ঘৰবাৰী এৰি। পানী খেতি আধৰুৱা কৰি। ঘৰ এৰি খনোমা বস্তীৰ ৰাইজ অঘৰী হব লাগে। অৰ্ডাৰ—হুকুম—নগা হমগাৰ্ডৰ ব্ৰিগেডিয়াৰৰ চহী থকা পৰোৱাণা।

বিৰোধিতা কৰিছে খনোমা বস্তীৰ থেৱ'মা খেলৰ গাঁওবুঢ়াই। বিদ্ৰোহী দলৰ হুকুমতে ঘৰবাৰী এৰি থেৱ'মা খেলৰ কোনো কলৈকো নাযায়। হুকুম দিয়াৰ অধিকাৰ সিহঁতৰ নাই। সিহঁতো নগা, থেৱ'মা খেলৰ ৰাইজো নগা। থেৱ'মা খেলৰ অধিকাৰ আছে বিদ্ৰোহীদলৰ হুকুম আওকাণ কৰাৰ। অৰ্ডাৰ অৱজ্ঞা কৰাৰ।

নাই চাহাব, মই জিন্দা থাকিলেমানে ইটু নহব। কচ্চম—নহব। আচ্ছা, আপুনি হুকুম দিব, পুলিচ ৰিজাপপৰা ৰাইফল দিবলে। আমি বন্দুক ধৰিব নাজানে ভাবিছে নেকি জংগল পার্টি? তাইখান ভাবিছে নেকি আমাৰ গাত খুন নাই পানীহে থাকিছে? আমাৰ হিম্মত নাই ভাবিছে সিহঁতবিলাক? থেৱ'মা খেলৰ মানু—ল'ৰা ছোৱালী চব্ টু মৰি মৰি তাতে চ্-চে চ্ হব—হবব দিবি, কিন্তু সিহঁতৰ হুকুম আমি মানিবলে নাই। হেঃ, অৰ্ডাৰ—হুকুম দিবলে আছে !!

সেইদিনাও গাঁওবুঢ়া উত্তেজিত হৈছিল। সাদিনমান আগতে।

বিদ্ৰোহী ব্ৰিগেডিয়াৰ গাজাকীৰ চিঠি পঢ়ি। দুজনী পানী আনিবলৈ খনোমা নদীলৈ যোৱা ছোৱালীৰ যোগেদি পাইছিল। গধূলি চিঠিখন পাই অস্বস্তিৰে ৰাতিটো কটাই দিলে গাঁওবুঢ়াই। বহি বহি মধু খালে কেইটেহিমান। খং আৰু বিৰক্তি পাহৰি থাকিবলৈ। আৰু ৰাতিপুৱাতে ডি. চি চাহাবক বঙলাতে লগ ধৰি ঘটনাটো বিবৰি কলে। ৰাইফল খুজিলে। শত্ৰুৰ বিৰুদ্ধে থিয় দিবলৈ। শক্তিৰ পৰিচয় দিবলৈ। আনুগত্য প্ৰদৰ্শন কৰিবলৈ।

আলোচনা কৰিলে খনোমা আউট পোষ্টৰ প্লেটুন কমাণ্ডাৰ জমাদাৰৰ লগত। খনোমাৰ অৱস্থা যে সন্ত্ৰস্ত, দুৰ্যোগৰ চূড়ান্ত সীমাত—সেই কথা সকলোৱে জানে। জানে জমাদাৰে। প্ৰতিজন জোৱানে। বিদ্ৰোহী দলৰ প্ৰতি সমৰ্থন থকা বস্তীবাসীয়েও জানে সজ্ঘৰ্ষ অনিবাৰ্য আৰু অতি সন্নিকটত। খনোমাত সিহঁতৰ খোপনি বহুদিন আগৰেপৰা ল'ৱাব নোৱাৰা কৰিবলৈ প্ৰস্তুতি চলাই আছে। এতিয়া প্ৰস্তুতি সমাপ্ত প্ৰায়। প্ৰেষ্টিজ প্লেছ খনোমা। সিহঁতৰ-মতে একষ্ট্ৰিম্ ষ্ট্ৰেটেজিক্ পইণ্ট্। গাঁওবুঢ়ায়ো জানে বস্তী এৰিবলৈ সিহঁতলৈ লিখিত হুকুম আহিবই। মুখে মুখে হোৱা আলোচনাত থেব'মা খেলে বিদ্ৰোহী দলক কোনো প্ৰকাৰ সহায় নকৰাৰ কথা স্পষ্টভাৱে জনাই দিছে গাঁওবুঢ়াই। সময়ৰ শৰ সময়ত মাৰিবলৈ বুলি বিদ্ৰোহী দলে তেতিয়া জোৰ কৰা নাছিল খেলটোক। ভাবিছিল অৱস্থাৰ গুৰুত্ব বুজি সিহঁতেই সহযোগ কৰিবলৈ আগবাঢ়ি আহিব।

চৰকাৰে নিৰ্দেশ দিছে—নিৰাপত্তাৰবাবে খনোমাবস্তীৰ ৰাইজ সিচৰিত অৱস্থাৰপৰা সমবেত হৈ আউটপোষ্টৰ ওচৰতে থাকিবহি লাগে। কিয়নো, যদি খনোমাৰ সজ্ঘৰ্ষ ভীষণভাৱে হয়, তেতিয়া বস্তীৰ মানুহকো ৰেচন-পানীৰ যোগান ধৰিব লাগিব। সিচৰিত হৈ থাকিলে সেই ব্যৱস্থা সুচাৰুৰূপে নহবগৈও পাৰে।



চব যাই যাইছে, জমাদাৰ চাহাব। গাঁওবুঢ়াই গভীৰ বিষাদেৰে জনালেহি।

গৈছে?

গ'ল। কলৈ যায় আমি নাজানো। বস্তীত কোনো নাই। থিক আছে। যাব দিবি।

খনোমা বস্তী জনশূন্য হ'ল। কোনো নাই। নীৰৱ নিথৰ! দুই এটা কুকুৰা পোৱালীয়ে কুক্‌কুকাই ঘূৰি ফুৰে। মানুহ দেখিলে দৌৰি পলাবলৈ চেষ্টা কৰে। আকৌ অলপ দূৰত থিয়হৈ ৰয়। শব্দহীন, বাক্‌হীন খনোমাৰ অস্বাভাৱিক গাম্ভীৰ্য। বস্তীখনত থাকিল মাথো এটা খেল। মুঠতে যোল্লটা প্ৰাণী। থেব'মা খেল। প্ৰাণৰ বিনিময়তো সিহঁতে বিদ্ৰোহীৰ আদেশ—স্বয়ং জাপু ফিজোয়েও যদি দিয়েহি—যে সিহঁতে বস্তী এৰি হাবিত গৈ বিদ্ৰোহী দলেৰে থাকিব লাগে, তথাপি নাযায়। থেব'মাৰ উদ্ধতালিক ক্ষমা নকৰি যদি সিহঁতক মাৰি-কাটি নিশ্চিহ্ন কৰি তেজৰ নৈ বোৱাই দিয়ে—ওঁহো, এক কথা, থেব'মাৰ এটি প্ৰাণীয়েও লৰচৰ নকৰে। জীৱন আহুতি দিব। যদি চৰকাৰে থেব'মা খেলটো ৰক্ষা কৰিব নোৱাৰে, মিলিটেৰী নাই, পুলিচ যথেষ্ট নাই, তেন্তে ৰাইফলকে দিয়ক চৰকাৰে। অস্ত্ৰৰ বিৰুদ্ধে অস্ত্ৰ ধৰি সিহঁতে প্ৰমাণ কৰিব যে—থেব'মা খেলে চৰকাৰক প্ৰতাৰণা কৰা নাই; নিজৰ অধিকাৰ অটুট ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। কোনো নহয়—বিদ্ৰোহী নগাই চিঠি দি বস্তী ত্যাগ কৰিবলৈ নিৰ্দেশ দিবলৈ, কোনো হক নাই সিহঁতবিলাকৰ!

থেব'মা খেলৰ ছোৱালীজনী নীৰৱে সাৱধানে আতৰি গ'ল।

এই চাৰিদিনত কেবাবাৰো ড্ৰপিঙৰবাবে বিমান আহি উভতি গৈছে। ডাৱৰবোৰ অচল অটল হৈ গছৰ আগত পাহাৰৰ টিঙত ওলমি আছে। কেতিয়াবা দুই এচপৰা ৰতাহত পাতল হৈ নামি আহে তললৈ। যেন কুঁৱলীহে। কেতিয়াবা সেই কুঁৱলীবোৰ সেৰেঙা হৈ

ঠাইৰ বস্তু ঠাইতে নেদেখা কৰি তোলে। ৰহস্যময় হৈ পৰে খনোমাৰ পৰ্বতপাহাৰ। ক্লান্তি আৰু শ্ৰান্তিয়ে প্ৰত্যেকজনকে আগুৰি ধৰিছে ; কিন্তু অৱশ কৰিব পৰা নাই। হতাশ হোৱা নাই কোনো।

কিমান যুঁজিব বিদ্ৰোহী নগাই ?

ইট্না এম্নিশ্যন কাহা মিলা ?

চব্ খতম হো যায়েগা।

খং আৰু বিৰক্তিৰে কোনোবাই কথা পাতে। বহুতে শুনে। কিন্তু অংশ গ্ৰহণ নকৰি নীৰৱ শ্ৰোতা হৈ থাকে। লঘণে-ভোকে চাৰি-পাঁচদিন থাকিও পঞ্জাব ৰেজিমেণ্টৰ সুন্দৰ স্বাস্থ্যৰ জোৱানহঁতৰ মুখত হাঁহিটো লাগিয়ে আছে। মোৰ ওচৰতে পজিশ্যন লৈ থকা ৰাজিন্দ্ৰৰ সিঙে সোধে—

তুমি এটা প্ৰায়ৰিটি মেচেজ দিব নোৱাৰানে ?

কালৈ ?

ট্ হেভেন্। পানীকে লিয়ে। বল—পানী মাংতা হ্যায়। সি মিচিকিয়াই হাঁহে। ময়ো। ওচৰৰবোৰেও।

আ গিয়া। কোনোবা এজনে উত্তেজিত হৈ কয়।

কৌন আ গিয়া ইয়াৰ ? তুমাৰা মেহবুবা ? ৰাজিন্দ্ৰৰ সিঙৰ ধেমেলিয়া প্ৰশ্ন।

হয় আহিছে। মটৰ। শব্দ। কেম্পৰ ওচৰত। বৰ লাহে লাহে যেন কেইখনমান ট্ৰাক আহি আছে।

আজ মিলেগাটো ৰুটি খাকে ৰম পিয়েগা অউৰ ৰাতভৰ এল. এম. জি. চুটায়েগা। পাঞ্জাৱী জোৱান এজনৰ মন্তব্য।

তোমাৰ মেচেজ ভগবানে পালে বুইছা ? ৰাজিন্দ্ৰৰে কয়।

মৰ্টাৰ আৰু এল. এম. জি. কিন্তু গৰজি উঠিল। বিদ্ৰোহী দলৰ। ক্ষণিকৰ বিৰতিৰ অন্তত সিহঁতে পুনৰ ভীষণ আক্ৰমণ চলাইছে। এইবাৰ সিহঁতৰ লক্ষ্য চেণ্ট্ৰিপোষ্ট। মটৰৰপৰা নামি অহা বিহাৰ



ৰেজিমেণ্ট আৰু চেকেণ্ড শিখ. এল. আইৰ জোৱানদলক প্ৰবেশ পথতে বাধা দিয়ে। দুয়োটা দল একেলগে আহিছে। মটৰৰপৰা নামি মটৰৰ টায়াৰ, ওচৰৰ জোপোহা, দ'ম হৈ থকা শিল-পাথৰৰ আঁৰলৈ জোৱানহঁতে আত্মৰক্ষাৰ ব্যৱস্থা শীঘ্ৰে হাতত ললে। তেওঁলোকেহে গুলী চলাব লাগিব। ট্ৰেন্সৰপৰা গুলী চলোৱা অসুবিধা। ট্ৰেন্স আৰু বিদ্ৰোহীদলৰ মাজত পশ্চাদবাহিনী দলটো। পেৰিমিটাৰৰ-পৰা মাত্ৰ দহ গজৰ দূৰৈৰ ব্যৱধান। সেই ব্যৱধানটো পাৰ হলেই দলটো নিৰাপদে পাবহি খনোমা কেম্প। কিন্তু নোৱাৰিলে। সিহঁতে এইটোৰে সুযোগ বিচাৰি আছিল। আমাৰ দলটোৰ এটা দলে গুলী চলাইছে আৰু কেইজনমানে এমুনিশ্যনৰ বাক্স, শুকান ৰুটিৰ পেকেট আৰু পানীৰ সৰু সৰু ড্ৰামবোৰ আগলৈ থেলি থেলি চুচৰি চুচৰি গেট পাৰহৈ সোমাই আহিবলৈ চেষ্টা কৰিছে।

হেল্ল কিং মাইক এব্ল কিং মাইক এবল্, এনফ'ৰ্চমেণ্ট অব বিহাৰ ৰেজিমেণ্ট এণ্ড চেকেণ্ড শিখ এল. আই. এৰাইভ ; আফটাৰ ফেচিং এ হেভি ফায়াৰিং জাষ্ট ইন ফ্ৰণ্ট অব দি অ' পি গেট। চুবেদাৰ অব দি বিহাৰ ৰেজিমেণ্ট চিৰিয়াছলি ইনজিঅ'ৰ্ড্ আফটাৰ চেঞ্জিং অল দি ট্ৰুপ টু চেফাৰ জ'ন। হি ৱজ ট্ৰায়িং টু ক্ৰছ দি গেট টু ছেফাৰ জ'ন। অ'ভাৰ !

নতুনকৈ অহা দলটোৱে ততালিকে পজিশ্যন ললে। আমি শুকান ৰুটি আৰু তৰকাৰীবোৰ হাতত লৈ চোবোৱাত লাগিলোঁ। একো মগ পানী। কেম্প কমাণ্ডাৰে ৰুটি আৰু পানী পোনতে পঠাই দিলে থেৰ'মা খেলটোলৈ।

ফাৰ্ষ্ট এক্সপেৰিয়েন্স ইন দি ফ্ৰণ্ট। বিহাৰ ৰেজিমেণ্টৰ অপাৰেটৰে কলে। অলপ ৰৈ সিয়ে কলে টেৰিবল ক'ন্ড হিয়াৰ !

বাটত পোৱা অভিজ্ঞতাৰ কথা সুধিলোঁ। তিতা অভিজ্ঞতা আৰু অভাৱনীয় পৰিবেশে তাক বোধহয় ভয় খুৱাইছে। ঠাণ্ডাত নে

ভয়তে জানো, সি কঁপিছে। সহজভাৱে তাক সুধিলোঁ—পাহাৰত আগতে আছিলানে ?

এয়ে প্ৰথম। ৰাচিলৈ এবাৰ গৈছিলোঁ। হিলি টাউন। বাট-পথ ভাল। সিমান ঠাণ্ডাও নহয়। মানুহবোৰেও আমাৰ মাত-কথা বুজে। বেচ ভাল লাগিছিল। তাৰ পিছত পাহাৰলৈ যোৱা নাই। ভাবিছিলোঁ ইয়াতো তেনেকুৱাই হব। পিচে ভবাৰ বিপৰীত দেখোন। ৰেইন ক্লাউড ক'ল্ড আৰু নগা আপৰাইজিং যে ইমান ভয়ানক আমাৰ বোধহয় কোনেও ভবা নাছিল—মণিপুৰ ৰ'ড পাৰ হৈ অহাৰ আগতে। ময়েইতো ভাবিছিলোঁ—চাম্‌থিং লাইক ষ্ট্ৰাইক অৱ ৰাওডিজম্ ইন দি ষ্ট্ৰীট ফৰ চাম গ্ৰিভেন্সেছ। আৰ্মি আয়েগা—ৰাস্তা মে পেট্ৰল দেগা—বচ্—চব ঠাণ্ডা! ইধাৰ আকে দেখা ৰাস্তা ভী নেহি, ষ্ট্ৰাইক্‌ভী নেহি, পাক্কা লড়াই। লেকিন, ইমান অস্ত্ৰ-শস্ত্ৰ ক'ত পাইছে বাৰু জংলী লোগোনে ?

সেইটোৱেইতো প্ৰশ্ন। ইমানবোৰ অস্ত্ৰ-শস্ত্ৰ ক'ত পাইছে ? খেনোৱে কয় দ্বিতীয় মহাযুদ্ধৰ সময়ত জাপান আৰু মিলিত শক্তিৰ যি তুমুল সংগ্ৰাম পূব্ব-এচিয়া জুৰি হৈছিল সেই যুদ্ধ বিস্তৃত হৈছিল নগা পাহাৰ পৰ্যন্ত। কোহিমা বিধস্ত হৈছিল। জাপানী মৰিছিল। বন্দী হৈছিল। পলাইছিল। অসংখ্য ইংৰাজ, আমেৰিকান সৈন্যৰ মৃত্যু হৈছিল। সেই সময়তে জাপানে বহুতো অস্ত্ৰ-শস্ত্ৰ হাবিৰ মাজত পাতি শত্ৰুৰ বিৰুদ্ধে যুঁজ কৰিছিল। কিন্তু বহুতো বিশেষজ্ঞ আৰু দূৰদৰ্শীয়ে মন্তব্য প্ৰকাশ কৰে যে দ্বিতীয় মহাসমৰত জাপানে এৰি যোৱা অস্ত্ৰ-শস্ত্ৰ নিশ্চয় সীমাৱদ্ধ। কুৰি বছৰ মামৰে খোৱা ৰাইফল-বন্দুকত সেমেকি থকা খাৰ-বাৰুদ ভালদৰে নুফুটে। দিনচেৰেক তাৰে সাহসত সিহঁতে 'যুঁজ' কৰাৰ কথা চিন্তা কৰিব পাৰে ; কিন্তু অনভিজ্ঞ বিদ্ৰোহী নগাই নিজৰ ধৃষ্টতা নিজে বুজিব। অতি সোনকালে দে উইল্ বি টেম্‌ড্।



খেনোৱে কৈছিল প্ৰতিবেশী কোনোবা ৰাষ্ট্ৰৰপৰা সিহঁতে অস্ত্ৰ সাহায্য পোৱাৰো সম্ভাৱনা নথকা নহয়।

এবছাৰ্ড্! ইম্মেটেৰিয়েল থট্! খেনোৱে উৰুৱাই দিছিল ছিগাৰেটৰ ধোঁৱাৰে মিহলি কৰি—প্ৰতিবেশী ৰাষ্ট্ৰৰপৰা অস্ত্ৰ সাহায্য পাব পৰা বুলি কৰা মন্তব্য।

কোহিমাকা হালছাল কেইছা দেখা ? তাৰ প্ৰশ্নটোৰ উত্তৰ নিদি সুধিলোঁ।

কোহিমাত মিলিটেৰীয়ে মিলিটেৰী। ইধাৰ তম্বু—উধাৰ টেণ্ট্। উধাৰ থ্ৰিটন ট্ৰাক, উধাৰ জীপ্। আৰ্মি কম্‌নিকেশ্যনকা টেলিফোন তাঁৰ। ডব্লিউ. টি কা পি পি পি আবাজ। দিন ৰাত আৰ্মিকা গাড়ী কাহা কাহা যাতা—জংলী ৰাষ্টাছে ! কাহাছে আতা মালুমভী নেহী। একদম বিজি প্লেছ। দেখিয়ে না—আমি পাক্কা চাৰি দিন ইয়ালৈ আহিবলৈ পুৱাতে আহোঁ! বিৰাট কনভয় এটা। আৰু উভতি যাওঁ ৰাতি। গাড়ীবোৰ আহি আছে—হঠাতে পাহাৰৰপৰা গুলী। ৰাইফল। এল. এম. জি। মৰ্টাৰ। ৰোড ব্লক! আপ নেহী থা কোহিম্মামে ?

নাছিলোঁ! কোহিমাত মই নাই। বহুদিন নাই। প্ৰথম নিশাৰ অভিজ্ঞতাৰে পিছ দিনা পুৱাতে পগোবট বুলি যাত্ৰা কৰিলোঁ। আচৰিত কথা নিৰাপদে সেইখিনি পালোঁগৈ। ক'তো একো দুৰ্যোগৰ সম্মুখীন হবলগীয়া নহ'ল। পগোবটৰপৰা পালোঁহি কোহিমা হেড্ কোৱাৰ্টাৰ। ভাবিছিলোঁ দিনচেৰেক তাতেই কটাব পাৰিম। কিন্তু লেটাৰ বক্সত চিঠি চাবলৈ গৈ বাটতে পালোঁ এটা অৰ্ডাৰ—পিছদিনা পুৱাতে থাৰ্ড আসাম ৰাইফল্‌ছৰ গাড়ীতে খনোমা আউট পোষ্টলৈ যাব লাগে।

কি ৰে, কি পালি ?

খনোমালৈ যাব লাগে—কাইলৈ।

হোঁ! ৰিজাৰ্ভত আছ—যা! তোৰে ভাল।

অ' পিত আগৰ বিহুমৰা বতৰ গেলিলে, খবৰ ৰাখ?

ইয়াতো গান শুনি, ভলী খেলি সময় কটোৱাৰ মুদা মৰিছে। দিনে-ৰাতিয়ে ডিউটি। মজা আছে কিন্তু।

অৱশ্যে! এই, ভুবন সন্দিকৈৰ খবৰ পাৱ?

কি খবৰ?

কম ব'ল। কেন্টিনলৈ। চাহ খায়ো আহোঁ, কথাও পতা হব।

দুয়ো ৰিজাৰ্ভ কেন্টিনলৈ আগবাঢ়িলোঁ। কোহিমাখন কিবা শুকান আৰু বিশৃঙ্খল লাগিছে। কেৱল গাড়ী আৰু গাড়ী। মিলিটেৰী আৰু মিলিটেৰী। আগৰ নিৰ্জনতা, শান্ত সমাহিত ৰূপ, কোহিমাৰ স্বাভাৱিক সৌন্দৰ্য ম্লান পৰি গৈছে। যেন বৰ যান্ত্ৰিক, তেনেই কৃত্ৰিম অৱস্থা এটাৰ মাজত কোহিমাৰ দিনবোৰ পাৰ হৈ গৈছে বৰ মন্থৰ গতিৰে। মিলিটেৰীৰ মটৰে বাট-ঘাট হাল বাই পেলাইছে। ইপিনে বাৰিষাৰ বৰষুণ।

চেকাচাঙৰপৰা বেটেলিয়নৰ ৰেচন পাৰ্টিটো উভতি আহিছিল তিনি দিন আগতে। আহি আহি বাটতে আক্ৰমণৰ সন্মুখীন হৈ দলটো বৰ বেয়াকৈ দুৰ্যোগত পৰে। ইমান তীব্ৰ আক্ৰমণ যে বৰ্ণাব নোৱাৰি। তথাপি ধৈৰ্য আৰু সাহসেৰে বেটেলিয়নে প্ৰতিৰোধ কৰি এসময়ত সিহঁতক পলাবলৈ বাধ্য কৰিলে। শেষ মুহূৰ্তত এল. এম. জি চলোৱা ভুবন সন্দিকৈৰ গাত বুলেটৰ আঘাত লাগিল। কলিজাৰ অলপ ওপৰেদি বুলেট সোমাল! ওলাই যোৱাৰ চিন নাই। কোহিমালৈ তেতিয়াও তেৰ মাইল বাকী! লগত চিকিৎসাৰ একো ব্যৱস্থা নাই। তেজে তুমবলি মুমূৰ্ষু ভুবনক কোলা পাতি শুৱাই লৈ আহিল জোৱানসকলে। গাড়ী জোৰকৈ চলিলে পাহাৰী বাটত জোকাৰণি খাই—হোলোকা হোলোকে তেজ ওলায়। আনহাতে চিকিৎসাৰ ব্যৱস্থা খৰতকীয়া নহলে সি বেছি সময় বছাৰো আশা নাই।



চিভিল হস্পিটেলত দুঘণ্টামান সময় ভুবন অচেতন হৈ পৰি আছিল। তাৰ সোঁহাতখন সি জীয়াই থকা সময়থিনিত ট্ৰিগাৰ টিপাৰ ভঙ্গীত লৰাই আছিল।

ভুবন সন্দিকৈৰ মুখখন বাৰে বাৰে মনত পৰিবলৈ ধৰিলে। সৌ সিদিনালৈকে একেলগে ভলী খেলিছিলোঁ। কেৰমৰ পইণ্ট লৈ লোকনাথৰ লগত তৰ্ক-বিতৰ্ক কৰি খঙত ৰঙা-চিঙা পৰিছিল। আকৌ কোনোবাই 'দে হব দে' বুলি মাত লগালেই তাৰ খঙে শাম কাটিছিল। সেই ভুবন সন্দিকৈ—

চিগাৰেট আছে?

নাই বুলি কলোঁ। গোস্বামী চিগাৰেট আনিবলৈ গ'ল। কাউণ্টাৰত ভিৰ। গধূলিৰ লগে লগে বিড়ি-চিগাৰেট কিনাৰবাবে সকলোৱে ব্যস্ত হৈ পৰিছে।

বদমাছ হয় এক নম্বৰ! তই শুনা নাই?

কচোন ক!

এছ. পি অপিচত কেম পাতিছে নহয়! তাত আমি নাইট ডিউটি কৰিছিলোঁ সেইদিনা, বুজিছ! এন্ধাৰত মই চুকতে ৰাইফলটো লৈ থিয় দি আছোঁ। এক বাজিমান ৰাতি দেই। একদম বিল্লি নিচিনা চুপচাপ আহিছে ভাই—একজন মানুহ। একদম ৰাইফল ফিট কৰি ধৰি চাই আছোঁ। সি এখন দুৱাৰত টুক্ টুক্ আবাজ দিলে। অলপ সময় ৰ'ল।

কাৰ ৰূম হয় সেইটো?

আৰে অথনি কোৱা মাইকীটো আৰু মা-বহিনৰ হয়। সৰু ৰুম এটা লৈ লৈছে।

মতলবী নেকি?

কি জানি।

আচ্ছা, তই কি কৰিলি ?

আক' টুক টুক কৰোঁতে মই চিঞৰি দিলোঁ—হল্‌ট্‌। সি ভী কম নহয়, গপচত সুধিলে, চব থিক হ্যায় ? সি এবাৰ টৰ্চ্চ মাৰিলে মোলৈ, এবাৰ তাৰ নিজৰ গালৈ। আৰে, চিকিউৰিটি অফিচাৰ ! কেপ্তেইন হয়। মই টেনচন হৈ কেনে চেলাম মাৰিলোঁ।

সিটো বৎমাছ হয়। সি মাৰ্গাৰেটৰ হোটেলত কি কাণ্ড কৰিলে মনত নাই ? হাৰামী চালা। গুলী চলাই দিলে ভাল আছিল।

মিল্‌টেৰী অফিচাৰতো। গপচত ঘূৰি ফুৰি মৌকা বিচাৰি আহিছিল।

বেটেলিয়নৰ দুজন জোৱানে পক'ৰা খাই খাই কথা পাতিছে। দুৰ্যোগময় কোহিমাৰ খুচুৰা খবৰ। সন্ত্ৰাসৰ মাজত কোমল আৰু ৰসাল কথাৰে সিহঁতে ডিউটিৰ ভাগৰ পলুৱাইছে। আকৌ যাব হয়তো নাইট ডিউটিৰ চেকেণ্ড চিফ্‌টত।

ৰাইফলৰ কেপ্তেন ৰাৱাত চাহাবে আক' কি কৰিলে গম পাৱ নাই ?

ওঁহো! সিটো চব্বিচ ঘণ্টা টং থাকে ৰে! দিনতো ভালকৈ কথা কব নোৱাৰে। দুনিয়াত কি হয় তাৰ খবৰ নাই।

মাইকীৰ খবৰ হলে ৰাখে। দেইলি ৰাতিমানে তাৰ ঘৰত গোৰ্খালী চুকুৰী থাকেই থাকে।

ডাঙৰ অপিচাৰ হলেমানে সেইবোৰেই আৰাম আৰু। কথাটো কি হল কচোন। ধুৰ, কেন্টিন বন্ধ হবলৈ আধা ঘণ্টা আছে। আস্তে আস্তে খা—। হে—ই চাঃ দেনা দুই কপ্‌!

মানে, চোটবস্তীৰ গোখালী মানুহবিলাক ভাগি গৈ আসাম ৰাইফলৰ ফিমিলি লাইনত থাকিল নহয়, মীনাকুমাৰী—

মীনাকুমাৰী ?

আৰে, থানা নিচত পান দোকান দিয়া চুকুৰীটো দেখা নাই ?



তাইৰ দিদি হয়। মীনাকুমাৰীৰ নিচিনা দেখিবলে' সেই কাৰণে মানুহবিলাক মীনাকুমাৰী বোলে। মুখখন গোল। টানা চকু। একদম মীনাকুমাৰীৰ মতন হয়। দেখা নাই ?

কি জানি, দেখিছোঁ হবলা!

তোকতো ভিলাছে কাণা কৰি থৈছে, কত দেখিবি! আচ্ছা, মীনাকুমাৰী হঁততো ফিমিলি লাইনত থাকিবলৈ নগল।

ক'ত গল ?

কোনোবা বেলেগ মানুহৰ ঘৰত। কেপ্তেইনে ভাবি আছিল— এই চান্সতে মীনাকুমাৰীক তাৰ বাংলাত নি ৰাখিব। সব মানুহ ভয়ত ঘৰ এৰি নিৰাপদ ঠাইত আছে যেতিয়া, বিপদত পৰা মানুহক আশ্ৰয় দিয়া হব। এছ. এম চাহাবক ফোন কৰি সুধি জানিব পাৰিলে যে মীনাকুমাৰী লাইনলৈ অহা নাই। তেতিয়া ৰাতি হৈছে। ফায়াৰিং আৰম্ভ হৈছে। বৰষুণ! ৰাৱত চাহাবে জীপখন লৈ ওলাল মীনাকুমাৰীক বিচাৰি। বিচাৰে ক'ত! তাইৰ ঘৰলৈ মটৰ নাযায়। খোজকাঢ়িও কথমপিহে যাব পাৰি। দুবাৰমান ৰাস্তাতে জীপখন চলাই ঘূৰি ফুৰিল। কোনে কি কব ? চিকিউৰিটি অফিচাৰ ডিউটিত ওলাই আহিছে বুলি জানিবই সকলোৱে। বিফল হৈ বাংলাৰপৰা চুবেদাৰ মেজৰলৈ আকৌ ফোন কৰিলে। চুবেদাৰ মেজৰে এইবাৰ যি বাতৰি দিলে—শুনি চাহাব জ্বলি উঠিল। তাইহঁত হেনো কোৱাৰ্টাৰ মাষ্টাৰ কেপ্তইন সিঙৰ বাংলাত আছেগৈ। সিং চাহাবে জীপ পঠিয়াই লৈ গৈছে। এছ. এমক হুকুম দিয়া হ'ল—কাইলৈ মীনাকুমাৰীক খানা খোৱাৰ নিমন্ত্ৰণ জনাই আহিবলৈ। জীপ পঠিওৱা হব বুলিও কবলৈ কলে।

হোঁ চিগাৰেট খা! গোস্বামীয়ে পেকেটটো দলি মাৰি মোৰ আগত পেলাই দি বাহিৰলৈ চাই আছে।

কি চাইছ ?

ইন্দুমহীহঁতে এছ. পি চাহাবৰ বাংলাত আশ্ৰয় লৈছে। সৌৱা বাতি শুবলৈ গৈছে, মানে, দিনত অ'ত ত'ত ঘুৰে আৰু লোকক দেখুৱাই, তাকে চাইছোঁ!

তোমাৰ ঠাণ্ডা লগা নাই? মোৰ হলে বৰ ঠাণ্ডা লাগিছে। বিহাৰ ৰেজিমেণ্টৰ নৱাগত বন্ধুজনে কলে।

লগত অহা এম্বুলেন্স, অসম বেটেলিয়ন আৰু ৰাজপুত ৰেজিমেণ্ট উভতি গৈছে। সৰু সৰু দলত ভাগ কৰি কনভয়টো আগ বাঢ়িছিল। এই দুটা ট্ৰুপ এটা ভাগত আছিল। আগত। মৰো জীওঁকৈ ড্ৰাইভাৰে গাড়ী দুখন গুলীৰ মাজেৰে চলাই লৈ আহিছিল। বাকী কেইখনে নোৱাৰিলে পাৰ হব। ওপৰৰপৰা বিৰাট আকাৰৰ শিল বগৰাই দিছে। কথমপিহে ৰাজপুত ৰেজিমেণ্টৰ ট্ৰাক এখনৰ ওপৰত নপৰিল। পৰিলে জোৱানে সৈতে সেই গাড়ী চেপেটা লাগি কাষৰ খালত পৰিলেহেঁতেন। দুটা শিলে বাটটো বন্ধ কৰি দিলে। আঁতৰাবলৈ জোৱান কেইজনমান আগবাঢ়ি গৈছিল। কেইজনমানে তেওঁলোকৰ ৰক্ষাৰবাবে গাড়ীৰ চকাৰ আঁৰত পজিশ্যন লৈ পৰি আছিল। কিন্তু ব্যৰ্থ সেই প্ৰতিৰোধৰ চেষ্টা। ওপৰৰপৰা শিল আঁতৰাবলৈ যোৱা কেইজনৰ ওপৰত টমি গান চলালে। এজনৰ ভৰিত গুলী লাগিল। গধূলিৰ আগে আগে কনভয়টো কোহিমালৈ উভতিল। নিৰাপদে সাৱধানে খনোমা কেম্পলৈ আগৰ ট্ৰাক দুখন গৈ থকাৰ মেছেজ দিলে বিহাৰ ৰেজিমেণ্টলৈ।

হেড্ কোৱাৰ্টাৰত অসন্তুষ্টি। চিভিল অথৰিটিৰ মুখ ক'লা। চিলং, নতুন দিল্লীৰ আৰ্মি আৰু চিভিল অথৰিটি উদ্বিগ্ন। ইমান নে? বিদ্ৰোহী নগাৰ ইমান প্ৰতাপ নে? হোৱাট ষ্টেপ্ ইজ্ টেকন টু কুল দা চিচুয়েশ্যন ডাউন? টেক্টফুল হেণ্ডলিং ইজ্ এব্ছলিউট্লি নেছেচাৰী। কি কৰিছিল—চিভিল ইণ্টেলিজেন্সে কি কৰিছিল ইম্মান দিনে? ৰিপ'ৰ্টত এনেকুৱা কথা কিয় নাছিল যে



খনোমাত সিহঁতে বিৰাট প্ৰস্তুতি চলাইছে সমৰৰবাবে?

ট্ৰেন্সৰপৰা আজি ছদিন গুলী চলোৱা হৈছে। কিন্তু সিহঁতৰ পিচ হোহঁকাৰ নাম নাই। খনোমা কেম্প প্ৰথম আক্ৰমণৰ দিনাখনেই অৱৰোধ কৰিছে আৰু এসপ্তাহকাল ইণ্ডিয়ান আৰ্মিক অৱৰুদ্ধ অৱস্থাত সিহঁতে ৰাখিছে। খোপনি এৰা নাই। কিন্তু ট্ৰেন্সৰপৰাই গুলী আৰু মৰ্টাৰ এৰি থাকিলেই সিহঁত হাৰিব জানো? নে সিহঁতে আত্মসমৰ্পণ কৰিব? কিমান দিন অনিৰ্দিষ্টভাৱে এই দুৰ্যোগ মূৰপাতি থাকিব খনোমা কেম্পৰ জোৱানসকলে। তেওঁলোকৰ সাহায্যৰবাবে অহা পশ্চাদবাহিনী দলে!

কম্বিং অপাৰেশ্যন?

ইয়েচ চাৰ!

কম্বিং অপাৰেশ্যনৰবাবে যথেষ্ট জোৱান আছে জানো?

চেষ্টা এটা চলাই চাব খুজিছোঁ। বিদ্ৰোহীদলে বোধহয় কংক্ৰিটৰ ট্ৰেন্স কৰি লৈছে। অভেদ্য। যদি আগবাঢ়ি যোৱা নাযায়, চিমেণ্টেড্—

চিমেণ্টেড্?

চাৰ! টু ইঞ্চ্ মৰ্টাৰ বা এল. এম. জিয়েও একো কৰিব পৰা নাই যেতিয়া তেনেকুৱা সন্দেহৰ অৱকাশ আছে—

কেপ্টেইন!

ইয়েচ চাৰ!

ডু ওৱান থিং। কাইলৈ ফ'ৰ্থ ৰাজপুত ৰেজিমেণ্টৰ কনভয় এটা যাব আৰু সেই কনভয় গৈ পোৱাৰ পিছতহে তোমালোকে কম্বিং অপাৰেশ্যন হাতত ললে ভাল হব। কিউঁ কি, জখমী হোগা তো চিকিৎসাৰ বা অপসাৰণৰ ব্যৱস্থাটো তোমালোকৰ হাতত নাই। এম্বুলেন্স উভতি আহিছে সদায়।

আই ন' চাৰ।

চ' আজি পুৱাবেলাটো অপেক্ষা কৰা। ফল'? তুমি মেচেজ পাব পোৱা যে আন কেইদিনৰ তুলনাত আজি ৰেডাৰ ফেয়াৰ, ডু ইউ? এয়াৰ ড্ৰপিঙৰ চেষ্টা চলাব বুলি যোৰহাটছে মেচেজ মিলা?

চাৰ।

ৰ'জাৰ। জি-ওৱানে আৰ. টিৰ বিচিভাৰ থৈ দিলে। হেড্-কোৱাৰ্টাৰৰ নিৰ্দেশ কম্বিং অপাৰেশ্যন ফ'ৰ্থ ৰাজপুত ৰেজিমেণ্ট আহি নোপোৱাকৈ হাতত লব নালাগে।

সশব্দে বিমান দুখন গুচি গ'ল। কেম্পত ড্ৰপ্ কৰিলে। ৰেচন আৰু পানী। আবেলি বতৰ মুকলি কৰিছিল। ৰ'দ ওলাইছিল দুঘণ্টামান সময়ৰবাবে। মেঘবোৰ আঁতৰাত এয়াৰ ড্ৰপিঙৰ উপযোগী বতৰ হৈছিল। কেম্পৰ চোতালত এখন পতাকা পুতি যোৱা হৈছিল। টাৰ্গেট। কিন্তু আটাইবোৰ বস্তু পেৰিমিটাৰৰ ভিতৰত নপৰিল। বাহিৰতো কিবা কিবি পৰিছে। ততাতৈয়াকৈ দিনৰ পোহৰত বস্তুবোৰ আনিবলৈ আমি চেষ্টা কৰা নাই। গধূলিৰ আন্ধাৰতহে আনিব লাগিব। সতৰ্ক দৃষ্টিৰে বস্তুবোৰ চাই থকা হৈছে। নহলে বাহিৰত পৰাবোৰ লৈ যাব পাৰে সিহঁতে। কেম্পৰ জোৱানসকলৰ আশা-ভৰষা ড্ৰপিঙৰ বস্তুখিনিৰে ওপৰত। ৰাজপুত ৰেজিমেণ্ট আহি পাবও পাৰে, নাপাবওতো পাৰে কাইলৈ। ৰেচন খিনি থাকিলে, পানী অলপ মজুত থাকিলে জোৱানসকলৰ সাহসো অটুট থাকে।

কেম্প কমাণ্ডাৰে কম্বিং অপাৰেশ্যন হাতত লৈছে। অলপ আগতে। গ্ৰেনেইড্ আৰু মৰ্টাৰেৰে কৰা প্ৰচণ্ড আক্ৰমণত দুজন বিহাৰ ৰেজিমেণ্টৰ জোৱান গুৰুতৰভাৱে আহত হৈছে। এজনৰ ভৰি এখন ছিগি গৈছে। আন এজনে বুকুত খুন্দা খাইছে। এল. এম. জিৰ। ঘটনাৰ গুৰুত্বত কেম্প কমাণ্ডাৰ অধীৰ হৈছে। কম্বিং অপাৰেশ্যন—নহলে গত্যন্তৰ নাই।

এটা দল পেৰিমিটাৰৰ সীমা পাৰ হৈ দক্ষিণৰ পিনে দুৰ্জয় সাহসেৰে



আগবাঢ়িল। হাতত এল. এম. জি, ৰাইফল আৰু মৰ্টাৰ। লক্ষ্য অনতিদূৰৰ অৰণ্য। নীৰৱতাৰ ভাও জুৰি অৰণ্যখনেই যেন জোৱান-সকলক ইমান দিনে অতিষ্ঠ, বিৰক্ত কৰিছে। বুকেৰে চুচৰি অ'ত ত'ত আঁৰ লৈ কেইগজমানহে আগ বাঢ়িছিল দলটো। এনেতে বিপৰীত পিনৰপৰা ভয়ানকভাৱে আক্ৰমণ আৰম্ভ হ'ল দলটোৰ ওপৰত।

ততালিকে আন এটা দল কেম্পৰপৰা ওলাই বুকেৰে চুচৰি চুচৰি মৰ্টাৰ দলিয়াই আগবাঢ়িছিল। প্ৰথম দলটোৱে আপ্ৰাণ চেষ্টা কৰিব আগবাঢ়ি যাবলৈ। দ্বিতীয় দলটোৱে আক্ৰমণৰ প্ৰতিৰক্ষাৰ ব্যৱস্থা হিচাপে মৰ্টাৰ দলিয়াব। ৰাইফল আৰু এল. এম. জিৰে গুলীয়াব। এইদৰে দুয়োটা দল আগবাঢ়ি গৈ শেষ লক্ষ্যত উপনীত হব— অৰ্থাৎ বিদ্ৰোহী দলৰ ঘাটি অধিকাৰ কৰিব।

এন্ধাৰৰ সুযোগতে ড্ৰপিঙৰ বস্তুখিনি আনিবলৈ কেইজনমান জোৱান আগবাঢ়িছিল। হাতত ৰাইফল। এল. এম. জি আৰু মৰ্টাৰ। সুগম বা নিৰাপদ ঠাইত বস্তুবোৰ পৰা নাই। অধিকভাগেই পৰিছে কেম্পৰ সীমাৰ বাহিৰত। পানীৰ ড্ৰাম এটাহে পৰিছে ভিতৰত আৰু পৰিছে তিনিশ গেলন পানী, চাউল, আটা আৰু চেনিৰ বস্তা কেইটামান। এক বেৰেল ৰাম।

টনা আজোৰা। এপিনে বিদ্ৰোহী দলে টানে ৰেচনৰ বস্তা— আনপিনে আমাৰ জোৱান দলে। পেট পেলাই এখন হাতেৰে ৰাইফল খামোচি ধৰিছে আনখন হাতেৰে ৰেচনৰ বস্তা কেম্পৰ ভিতৰলৈ সুমুৱালৈ খুজিছে। পানীৰ দুটা ড্ৰাম অলপ এঢলীয়াত পৰিছিল। চাউল-চেনিৰ বস্তাৰবাবে সিহঁতে থিয় যুঁজ দি থকাৰ সুযোগতে কেইজনমানে পানীৰ ড্ৰাম দুটা ওপৰৰপৰা বগৰাই দিলে। ড্ৰাম দুটা কেম্পৰ পিনে বাগৰি আহিল। কিন্তু নাহিল দুজন জোৱান। দুটা বুলেট সিহঁত দুজনৰ মূৰেদি সোমাই গৈছে। সিহঁতে আটাইতকৈ

প্ৰয়োজনীয় বস্তুটো প্ৰাণ বিসৰ্জন দিও উদ্ধাৰ কৰিলে শত্ৰুৰ হাতৰ-পৰা। চাউলৰ বস্তা আজুৰি থকা দুজন বিদ্ৰোহীয়েও প্ৰাণ হেৰুৱালে। অনতিদূৰৰ চেন্ট্ৰি পোষ্টৰ ডিউটিয়ে দুটা বুলেট খৰচ কৰিলে মাথোন।

নোৱাৰিলে। তীব্ৰ প্ৰতিৰোধ প্ৰতিপক্ষৰ। মাত্ৰ কেইগৰাকীমান আগুৱায়েই দুয়োটা দল বাধ্য হ'ল পিচুৱাই আহিবলৈ। নহলে দুয়োটা দলেই ধৰাশায়ী হলহেঁতেন সিহঁতৰ হাতত। কিন্তু দল দুটাই কেম্প নাপাইহে নাপায়হি। দল দুটা হৈ পিচুৱাব ধৰাত সিহঁতে চো মাৰি খেদি আহি জোপোহা কেইটামানৰ আঁৰ লৈ ধাৰাষাৰে গুলি চলালে। জোৱানদলৰ পৰিচালক হাবিলদাৰ দেৱান সিঙে অৰ্ধবৃত্ত এটা কৰিবলৈ হুকুম দিলে। দুয়োমূৰৰ জোৱানসকল চুচৰি চুচৰি পিচুৱাই আহিব, মাজৰ দলটোৱে আক্ৰমণ প্ৰতিৰোধ কৰিব। অতৰ্কিতে দেৱান সিঙে সিহঁতে আঁৰ লোৱা জোপোহাবোৰলৈ লক্ষ্য কৰি মৰ্টাৰ এটা এৰিলে। লগে লগে এল. এম. জি.। এই সন্ধিক্ষণতে জোৱান দল ভালেখিনি পিচুৱাই আহিল। সিহঁত ক্ষন্তেকলৈ স্তব্ধ হৈ ৰ'ল। বোধহয় কেইজনমান আহত হৈছিল। সিহঁতেও কিন্তু নেৰিলে। আন এটা দল আহি তাতে আঁৰ লৈ গুলী চলাবলৈ ধৰিলে। দেৱান সিঙ আৰু সহযাত্ৰীসকলে এটাৰ পিছত এটা মৰ্টাৰ দলিয়াই আছে। সিহঁতেও উত্তৰ দিছে। সমানে। অতৰ্কিতে আৰু এখাপ আগলৈ আহি সিহঁতে আঁৰ ললে গছৰ। জোৱানদলটো নিৰাপদে কেম্পত সোমালহি। সকলোৰে শেষত হাবিলদাৰ দেৱান সিঙ। কাইলৈ — কাইলৈ পুনৰ এই ব্যৱস্থা হাতত লব লাগিব। পোনে পোনে গৈ সেই গছ আৰু জোপোহা কেইটা আমাৰ দখললৈ আনিব লাগিব। গেটেদি সোমোৱাৰ আগতে এবাৰ দেৱান সিঙে গছ আৰু জোপোহা কেইটা ভালদৰে চালে।

এটা এল. এম. জি. ব্লাষ্ট্ অতৰ্কিতে আহি হাবিলদাৰ



দেৱান সিঙক কেম্পৰ গেটৰ মুখতে নিহত কৰিলে।

পুৱাৰ মেচেজ গ'ল—'লাষ্ট নাইট ৰহস্যজনকভাৱে পূৰ্ণশান্তিত অতিবাহিত কৰিলোঁ। এটা বুলেটো সিহঁতে খৰচ নকৰিলে বাতিটোত।'

ক্যা জী নাগে লোগ হাড় গয়া ক্যাঁ? অমৃত সিঙে হাঁহে।

লাগি থাকিলে ভাল লাগে নেকি?

হাৰিছে যদি চাফ্ চাফ্ কৈ দিব লাগে -- আৰু নালাগে বুলি।

সি আকৌ হাঁহে। নিজকে নিজে কয়—যুদ্ধ এনেকুৱাই। কেতিয়া আৰম্ভ হয় কব নোৱাৰি। কেতিয়া বন্ধ হয় অনুমান কৰিব নোৱাৰি।

ভাল্ লাগিছে কেইজনমান জোৱানক। কেম্প কমাণ্ডাৰক আৰু এটাইতকৈ ভাল লাগিছে পঞ্জাব ৰেজিমেণ্টৰ হাঁহিমুৱা জোৱানসকলক। সিহঁতে যেন দুখ-ভাগৰ কি নাজানে। দুখতো হাঁহে, আনন্দতো হাঁহে। পেটত ভোক লৈয়ো হাঁহে, ৰামৰ নিচাতো হাঁহে।

তোমালোকক বোধহয় উইড্ৰ কৰিব খনোমা আউট পোষ্টৰপৰা। অমৃত সিঙে ওচৰতে বহি কলে। সিহঁতৰ চেটত অপাৰেটৰ দুজন। সাল সলনিকৈ ডিউটি কৰে।

কোনে কলে?

মেচেজ এটা ৰিচিভ কৰিছোঁ।

তেতিয়ালৈকে মই আমাৰ চি. অ'ৰপৰা একো মেচেজ পোৱা নাই। যদি কথাটো হয় এঘণ্টাৰ ভিতৰতে পাম নিশ্চয়।

হেড্ কোৱাৰ্টাৰত আৰাম কৰিবাগৈ আৰু!

আমাৰ আৰু অ' পি আছে নহয়, তালৈকে পঠাবও পাৰে।

ইয়াতোকৈ ভিতৰুৱাল ঠাইত নেকি? তুমি গৈ পাইছা নে?

খনোমা হেড্ কোৱাৰ্টাৰৰপৰা চৈধ্য মাইলতহে। পঞ্চাছ-ষাঠি মাইল ভিতৰুৱাল ঠাইতো আউট পোষ্ট আছে। বাটেদি কথমপিহে মটৰ যায়। এক্কেবাৰে পাহাৰৰ মাজত।

খুব লন্‌লি চাগে নহয় ?

কৈছাহে। ৱাৰিছ হোগাতো হতেই ৰহেগা। ভীষণ ঠাণ্ডা। খুউব বতাহ। ইয়াৰ আগতে তুমি ক'ত আছিলা ?

জলন্ধৰত।

জলন্ধৰত ? মই হাঁহিলো। কিন্তু হাঁহিটো ততালিকে সামৰিলোঁ।

কেলেই, তুম্ গিয়া জলন্ধৰমে ?

নাই যোৱা।

হোৱাই লাফিং ? কুছ তামাছা কা বাত হায় ক্যা ?

আমাৰ বেৰেকৰ নবীন ৰাজবংশীয়ে বাতৰি কাকতৰ বিজ্ঞাপন পঢ়ি পালে পাঁচ টকাত ট্রেন্সিষ্টাৰ ৰেডিঅ' এটা পোৱা যায়। লগত টৰ্চ লাইট আৰু ৰুমাল ফ্রি। মনে মনে সি অৰ্ডাৰ দিলে। ডাকযোগে পঠাই বাধিত কৰিবলৈ। পাৰ্ছেল আহিল। খালাছ কৰিলে। আঠ টকামান গ'ল ডাক-মাছুলকে ভিতৰ কৰি। যক আঠ কিয় দহ টকা। ৰেডিঅ' এটা দহ টকাত পোৱাতো ধেমালি কথা ? এটা ৰেডিঅ'ৰ মালিক হব সি। আজিলৈতো বেৰেকত নিজাকৈ কাৰো ৰেডিঅ' নাই। বাতৰি কাকত নপঢ়ে নেকি বাকীবোৰে ? কি পঢ়ে ? মন্ত্ৰীৰ বক্তৃতা, বান পানী, খৰাং বতৰ এইবোৰ পঢ়িলেই হ'ল নেকি আৰু ? সি এইবোৰ নপঢ়িলেও অসম বাণীখনৰ বিজ্ঞাপনবোৰ খুব পঢ়ে। এবাৰ কোনোবা এটা ৰেডিঅ' কোম্পানীৰ বিজ্ঞাপন দেখি সি কৈছিল, ইছ, টকা থাকিলে এইটো মুই আনিবাৰ আছিল। তাৰ বোধহয় ৰেডিঅ' কিনাত বৰ চখ। সেই হেপাহ দেখিয়ে জানিবা ভগৱানে তাক এই সুযোগটো মিলাই দিলে। বাজিবতো ? আৰে নাবাজিব কিয় ? দেবেন সোণোৱালে কিতাপহে মঙায়। খালী কিতাপবোৰ আনি পঢ়িলে কি হব ? সিও নাজানে এইবোৰ খবৰ। এতিয়া কিমানে মঙাব মোক দেখি !

সন্তৰ্পণে নবীনে পাৰ্ছেলটো খুলিলে। কাঠৰ পেকিংবাকছৰ



সাফৰখন খুলিলত পোনতে ওলালে ধানখেৰৰ নুৰা এটা। অতি সাৱধানে খেৰবোৰ গুচাইহে গুচায়। অন্তই নহয়। তাৰ পিছত জানিবা কাগজেৰে মেৰিওৱা বস্তু এটা দেখা গ'ল। আমি তিনিজনে সন্তৰ্পণে চাই আছোঁ কিনো উকমূকৰ পোৱালিটো ওলায়। সি তেতিয়ালৈ আমাক কোৱা নাছিল। বেৰৰ ফালে মুখ কৰি খুলি থাকোঁতে আমি দেখিলোঁ বুলিহে। সুধিলতো সি নকয় কি বস্তু মগাই আনিছে। মুখৰ ভিতৰতে কলে,—চাই থাক, কি বস্তু আছে। সুধিলে কি হব। বস্তু দেখিবহে লাগে। মুখেৰে কৈ কৈ সি ধান খেৰবোৰ গুচাই আছিল।

ইতিমধ্যে সি কাগজ মেৰিওৱা পেকেটটো সাৱধানে বাকছটোৰপৰা তুলি আনি ৰচীৰ গাঠিটো সোলোকাবলৈ নখেৰে চিকুটিছে। কেৰম খেলি থকা কেইজনো আহি তাক বেঢ়ি ধৰিছেহি কি বস্তু চাবলৈ।

দাঁতেৰে চিডি পেলা! অধৈৰ্য হৈ হৰেনে কৈছিল। নবীনে নামাতিলে। যি যে বিৰক্ত হৈছিল, অৰ্থাৎ আমি আঁতৰি থাকিলেই ভাল পায়, সেইটো নকলেও বুজি পাইছিলোঁ। হৰেনে আমালৈ চালে। চকুৰে চকু পৰাত আমাক উঠি নাযাবলৈ ইঙ্গিত দিলে।

ভালেখিনি সময় চিকুটি চিকুটি সি লাহেকৈ গাঠিটো মোকোলাই ৰচীডাল খুলি কাগজৰ মেৰটো খুলিলে। মিহি কাগজ এখনেৰে পে'ক কৰা দীঘল বস্তু এটা ওলাল। ডাঙৰ পেকেটটো আন এখন কাগজেৰে মেৰিওৱা।

মই খোলোঁ দে। হৰেনে খুজিলে।

নালাগে ৰঃ। নবীনে একান্ত মনে দীঘল পেকেটটো খুলিলে। এটা টৰ্চ লাইট। মানে টৰ্চ লাইটৰ জকা। ৰিফ্লেকটৰ নাই, বাল্‌ব-বেটেৰী একো নাই। মামৰে খোৱা সৰু টৰ্চ লাইট এটা।

বল গ্লাছ একো নাই দেখোন !

মামৰে খাই খুৰখুৰীয়া কৰি থৈছে। হৰেন আৰু কোমেশ্বৰে

মন্তব্য কৰিলে। সিহঁতে বেচ ফুৰ্তি পাইছে এই কাৰণেই যে নবীনৰ ইমান গোপন আৰু সাৱধানী কামটোৰ প্ৰথম পৰ্য্যায়তে হতাশাই দেখা দিছে।

ডাকত আহোতে বেয়া হ'ল। নবীনে সান্ত্বনা দিয়াৰ সুৰত নিজে নিজে কলে। সিটো পেকেট খোলোঁতে তাৰ মুখত বেচ উত্তেজনাই দেখা দিছিল। তাৰ হাতখন কঁপিছিল।

ৰচীৰ গাঠি মুকলি হ'ল। কাগজৰ মেৰ খোল খালে। ওলাই পৰিল সেউজীয়া ৰঙৰ এটা প্লাষ্টিকৰ পুতলা ৰেডিঅ'। ইংৰাজীতে কেপিটেল লেটাৰত লিখা আছে ট্ৰেন্সিছটৰ ৰেডিঅ'।

ৰেডিঅ'! উত্তেজিত হৈ হৰেনে কলে।

আৰে, এইটো পুতলা হয়। মঙাৱ লাগিছে কেলেই? ডছ কোম্পানীতে আছে। ছুটকা দাম।

নবীন নিৰ্বাক। সি তাৰ বৰ হেপাহৰ ৰেডিঅ'টোলৈ আশাভঙ্গৰ চাৱনীৰে চাই আছে।

পাৰ্ছেলটোৰ ওপৰৰ লেবেলখনত লিখা আছে কোম্পানীৰ নাম, ঠিকনা—জলন্ধৰ, পঞ্জাৱ।

কিন্তু কথাটো অমৃত সিঙকতো কব নোৱাৰি। অলপ মুকলিকৈ হাঁহি কলোঁ,—তুমিতো পঞ্জাৱী।

পঞ্জাৱীৰ বাহিৰে কাৰ দাড়ি-চুলি আৰু পাগুৰি আছে?

নহয়, মই সদায় এটা ভুল কৰোঁ—

কি?

জলন্ধৰখন—কিয় জানো কাশ্মীৰত যেন লাগি থাকে!

একদফে জানেছে কাৰেক্ট হো যায়েগা! সিও হাঁহিলে।

চেট এটেণ্ড কৰিলোঁ। মেচেজ দিছে—ৰাজপুত ৰেজিমেণ্টৰ সৈতে আমাৰ বেটেলিয়নৰ গাড়ী আহিছে। বেটেলিয়ন উইড্ৰ কৰিছে খনোমা অ' পিৰপৰা।



ৰাজপুত ৰেজিমেণ্ট ইজ কামিং টু-ডে!

ডেইলি আতা হ্যায়!

অমৃতে এঙালে। আহি নোপোৱালৈকে আজিকালি এইবিধৰ মেচেজত বিশেষ গুৰুত্ব কোনেও নিদিয়ে।

ক্যা তোমলোগ যাওগে কনোমাছে?

হাঁ। মেচেজ মিলা! তোমালোকক এৰি যাবলৈ বেয়া লাগিব।

সৈনিকৰ জীৱন এনেকুৱাই। অচিন অজান ঠাইলৈ যাব লাগে। কথা নাই, গুচি যাম। কিমান ঠাই দেখা যায়, মানুহ দেখা যায়—ভাল বেয়া কিচিম কিচিম। বন্ধুত্ব গঢ়ি উঠে—হঠাৎ অৰ্ডাৰ—অমুকলৈ যাব লাগে। বিনা প্ৰতিবাদে সেই ঠাই, সেই বন্ধুত্বৰ স্মৃতি লৈ গুচি গৈছোঁ। কেতিয়াবা কোনোবা সহকৰ্মীয়ে চিৰবিদায় লৈছে গুলীৰ আঘাতত। মনৰ বেজাৰ, চকুৰ পানী লুকুৱাই ৰাইফলটোকে বন্ধু বুলি সাৱটি ধৰি বিদায় দিছোঁ প্ৰিয় বন্ধুক! চাকৰি এনেকুৱাই। মিলিটেৰী চাকৰি আৰু চাৰ! কাঁহা পাঞ্জাৱ। কাঁহা নাগা হিল্‌ছ! কাঁহা কংগো কাঁহা হানই—চেম থিং একহি বাত। যাও বলেগাতো যানেহি পৰেগা। আচ্ছা জী, ইম্পল জানতা হ্যায় না?

ইম্ফল? অঁ, জানো। কেলেই?

কেনিনো ইম্ফল? বাৰ্মাত নেকি?

ইয়াৰপৰা, মানে কোহিমাৰপৰা অষ্টাশী মাইল। সেই যে মণিপুৰ ৰোডৰপৰা মটৰত আহিছিলা বাটটো?

হাঁ হাঁ! সেইটোতো চিমেটেৰীৰ কাষেদি দক্ষিণলৈ গুচি গৈছে, কাহাতক মালুম নেহী।

সেই মালুম নেহী বাটটোৰে গৈ থাকিলেই ইম্ফল পায় গৈ। বাৰ্মাত নহয়, ইণ্ডিয়াৰে ভিতৰত! চেণ্ট্ৰেলি এড্‌মিনিষ্টাৰ্ড্‌ এৰিয়া। ধুনীয়া ঠাই। যাবা নেকি?

আৰে ইয়াৰ, কেইছে যায়েগা? কথাটো কি জানা? মোৰ

এজন চাচা—.জান্‌তা না? পিতাজী কা ইয়ং ব্ৰাদাৰ—ইম্ফলত ঢুকাইছে।

অস্‌স্ কেনেকৈ? বিজনেছ্ থা?

নেহী ইয়াৰ! তোৱোঁ আৰ্মিত আছিল। আমাৰ দেউতাও আৰ্মি মেন। চুবেদাৰ হৈ ৰিটায়াৰ কৰিছে। দদাইদেউ দ্বিতীয় মহাযুদ্ধত পঞ্জাৱ ৰেজিমেণ্টত নায়ক আছিল। জাপান আৰু ইংৰাজৰ যুদ্ধত ইম্ফলত মৃত্যু হয়। পঞ্জাৱত থাকোঁতেই সিহঁতে শুনিছে ইম্ফলৰ কথা। ঠাইখন ক'ত, কেনি যাব লাগে তাৰো বৰ্ণনা ৰেজিমেণ্টৰ আন আন সৈনিকৰ মুখত সিহঁতে সৰুতে শুনিছিল। কল্পনাই ঢুকি নোপোৱা ঠাইখনৰ নামটো মনত আছে; কিন্তু অৱস্থিতিৰ কথা নাজানে। অমৃতৰ দেউতাক মহাযুদ্ধৰ সময়ত আছিল বাৰ্মাত। কুমায়ুন ৰেজিমেণ্টত। চিঙ্গাপুৰ পতনৰ সময়ত যুদ্ধ-বন্দী হৈছিল জাপানৰ। দেউতাকৰ ভৰিত এতিয়াও বুলেটৰ দাগ আছে! জাপানী বুলেট! তাৰ পিছত ৰিটায়াৰ কৰিলে। মটৰ পাৰ্টছৰ দোকান এখন দিছে জলন্ধৰত।

ইম্ফলত চিমেটেৰি এখন আছে—

ক্যা চীজ?

ৱাৰ গ্ৰেভ্। বৃটিছৰ ফলীয়া যিমান সৈনিক যুদ্ধত নিহত হৈছিল, কেলেই, তুমি কোহিমাৰ ৱাৰ চিমেটেৰীলৈ যোৱা নাই?

ফুৰছৎ মিলা কাহা? আনেকা চাথ চাথ অৰ্ডাৰ মিলা—যাও কনোমা! আ গয়া। অঁ অঁ তাত কি হয়?

চিমেটেৰিত? সেই সৈনিকসকলৰ নাম, বয়স, কোন ৰেজিমেণ্টৰ কি ৰেঙ্কৰ এটাইবোৰ বৰ্ণনা আছে সমাধিৰ ওপৰত।

মই কেতিয়াবা গলে দদাইদেউৰ নামটো পামনে বাৰু?

নিশ্চয় পাবা। যদি তেওঁ যুদ্ধত কেনিও হেৰোৱা নাই—

নাই নাই হেৰোৱা নাই। খবৰ পঠাইছিল হেনো আমাৰ ঘৰলৈ।



আমি তেতিয়া একদম বাচ্ছা বাচ্ছা। দদাইদেউক দেখা ভালকৈ মনতে নপৰে।

তেনেহলে পাবা!

চাম, কেতিয়াবা যাব পাৰোঁ নেকি। তুমি যাবানে মোৰ লগত? ইয়াত তুমিয়ে মোৰ প্ৰথম চিনাকি, সহকৰ্মী আৰু দুৰ্যোগৰ বন্ধু।

থেঙ্ক ইউ, কিন্তু তুমিয়েতো বাতৰি দিলা, আমাক ইয়াৰপৰা উইড্ৰ কৰিব বুলি। ইয়াৰপৰা গৈ কলৈ বা যাবলৈ লাগে—

আৰে ইয়াৰ, নাগা হিলমেহি ৰহোগে না?

থাকিম, যদি—

মৰাৰ কথা ভাবিছা? মৰিলেতো আৰ্মি পয়লা—। তুমি চিন্তা নকৰিবা মৃত্যুৰ কথা। অমৃতে মোৰ কান্ধত থপৰিয়াই কলে!

তুমি জ্যোতিষী নেকি? মই আকৌ হাঁহিলোঁ। হাত চাই ফুৰা পঞ্জাৱী জ্যোতিষীবোৰলৈ মনত পৰিল।

এষ্ট্ৰলজী? মই নাজানো! মোৰ ভাইটোৰ বৰ নিচা, হাত, চাই ফুৰাৰ। সি তেনেকৈয়ে ঘুৰি ফুৰে। ধুৰ্, সেইবোৰত কি বিশ্বাস। তগদীৰে মে যো লিখা হায় অ'হি হ'গা। থিক আছে, তোমাৰ ঠিকনাটো দিয়া!

অমৃতে জেপৰপৰা আৰ্মি ৱাৰেণ্ট বুকটোৰ মাজত থকা কাকত এখিলাত মোৰ ঠিকনটো লিখি লৈ কলে,—কেতিয়াবা ক'ৰবাত কেনেবাকৈ যেনে তেনে তোমাক লগ পামেই।

গুড্ নিউজ্। কেম্প কমাণ্ডাৰে কিবা এটা চাবলৈ আহি কলে।

আমি বহাৰপৰা থিয় দি এটেনশ্যন হৈ তেওঁৰ মুখলৈ চালোঁ!

ৰাজপুত ৰেজিমেণ্ট আহি আছে। আজি তেওঁলোক এডামেণ্ট আমাৰ কেম্প এৰাইভ্ কৰিবই।

চাৰ! অমৃতে শলাগিলে।

তোমালোকৰ বৰ কষ্ট হৈছে এই কেইদিন। খোৱা নাই শোৱা নাই অ'নলি এইমিং এট দা ওৱেপন্স্ এণ্ড ফায়াৰিং। আজ ৰেজিমেণ্ট এৰাইভ্ কৰেগাতো খানা মিলেগা ঔৰ থোৰা ৰেষ্টভী মিল চেক্তা! থিক্ হায় না?

ইয়েচ চাৰ! কিন্তু কালিৰেপৰা আমি একপ্ৰকাৰ ৰেষ্টতে আছোঁ চাৰ! অমৃতে কলে।

ন' ফায়াৰিং চিন্স্ ইয়েষ্টাৰডে, চাৰ।

ইয়েচ! ইয়েচ। অ' কে। হাঁহি মাৰি কেপ্টেইন গলগৈ।

আচৰিত কথা! ৰাজপুত ৰেজিমেণ্ট বাধাহীনভাৱে খনোমা কেম্পৰ সীমা পাৰ হৈ সোমাই আহিল। ক'তো সিহঁতে বাধা নিদিলে। এটা বুলেটৰ শব্দ নহ'ল কতো! আবেলিৰ শেঁতা ৰ'দটো গছৰ আগত, পাহাৰৰ টিঙত লাগি আছে। কেম্পৰ ভিতৰ সুমুৱাই দিছে ট্ৰাকবোৰ। আহিছে এম্বুলেন্স। আহিছে ৰেচন। আটা আৰু চেনিৰ বস্তা। পানীৰ বেৰেল। ৰামৰ বতল। শুকান ৰুটি আৰু তৰকাৰী। আৰু আনিছে এমুনিশ্যন। এনে এম. এম. জিৰ এবাৰ ট্ৰিগাৰ টিপিলে অটমেটিক ২৫০ ৰাউণ্ড গুলী বাহিৰ হয়, এল. এম. জিতকৈ অধিক শক্তিশালী। তিনি ইঞ্চি মৰ্টাৰেৰে আনকি চিমেণ্ট্ প্লাষ্টাৰ্ড্ বাঙ্কাৰ ভাঙি দিব পৰা যায় সহজে। পৰাপক্ষত এইবোৰ অস্ত্ৰৰ ব্যৱহাৰ কৰা নহয়। কিন্তু খনোমাত বিদ্ৰোহীদলে পুতি লোৱা খোপনি এৰুৱাবই লাগিব। নহলে নগা পাহাৰৰ অশান্তিৰ ৰূপান্তৰ ঘটিব পাৰে। ইপিনে চেমা অঞ্চল আৰু মোককচাং অঞ্চলতো আছেই। প্ৰত্যেকটো অঞ্চলতে যদি খনোমাৰদৰে একোটা অভেদ্য ঘাটি সিহঁতে পাতি লৈ খোপনি পুতি থাকে তেনেহলে নগাপাহাৰত ইণ্ডিয়ান আৰ্মিয়ে প্ৰাণ হেৰুৱাবহে লাগিব। কৃতকাৰ্য হোৱাৰ আশা দুৰাশা হৈয়ে ৰব।



মেচেজ এটাত খবৰ পালোঁ, এই কেইদিন থিয় যুঁজ দি এটা দল মোজেমা অ' পিও পাইছে গৈ। তাৰ অ' পি উইড্ৰ কৰা হৈছে। অপাৰেশ্যনৰ দায়িত্ব লৈছে ইণ্ডিয়ান আৰ্মিয়ে।

ৰুটি আৰু তৰকাৰী পেট ভৰাই খাব পৰাকৈ পাইছোঁ। পাইছোঁ এক পেগ ৰাম আৰু এমগ পানী। স্পেচিয়েল কেছ হিচাপে আমাক চাহো দিব আজি। লঙ্গৰখানা আজি ব্যস্ত হৈ পৰিছে। এলুমিনিয়ামৰ চচপেনবোৰৰ ঢাকনি গুচোৱা, ঢাকনি দিয়াৰ শব্দ শুনিবলৈ পাইছোঁ।

ৰেজিমেণ্টৰ চুবেদাৰ মেজৰৰ চাৰ্জত ক্ষিপ্ৰ গতিৰে কামৰ ভাৰ লৈছে জোৱানসকলে। আহি পাবৰ দহমিনিট মানহে হৈছে। আমাক শুকান ৰুটি, তৰকাৰী, পানী এমগ আৰু ৰাম এক পেগকৈ বিলাই দি জোৱানসকলে পজিশ্যন লব ধৰিছে বাঙ্কাৰত। লাহে লাহে গধূলি হৈ আহিছে। ম্লান অন্ধকাৰবোৰ লাহে লাহে নামি আহি পাহাৰবোৰ ঢাকিব ধৰিছে।

আলোচনা চলিল—কাইলৈ পুৱাতে পুনৰ কম্বিং অপাৰেশ্যন আৰম্ভ কৰাৰ। নহলে এইদৰে খাপ লৈ থাকিলেই নহব। অমৃত সিঙ পুনৰ ডিউটিত বহিছে। মেচেজ এটা দিলোঁ—ৰাজপুত ৰেজিমেণ্ট আহি পোৱাৰ আৰু তেতিয়ালৈকে গুলায়াগুলী নোহোৱা বুলি। নিৰ্দেশ পালোঁ কাইলৈ খনোমাৰপৰা যাবলগীয়া কনভয়টোত বেটেলিয়ন পুলিচ যাবগৈ লাগে। কেম্প কমাণ্ডাৰক আমি যোৱাৰ ব্যৱস্থা কৰি দিবলৈ জনাইছে কোহিমাৰপৰা।

হঠাৎ এল. এম. জি. এটাই গৰজি উঠিল। বিদ্ৰোহী দলে নতুনকৈ আক্ৰমণ কৰিছে। দক্ষিণ-পশ্চিমৰ সেই কুখ্যাত দিশটোৰপৰা। এটা পাহাৰৰ নামনিৰপৰা। সেই ঠাইৰপৰা এই কেই দিন সাঙ্ঘাতিক আক্ৰমণ চলাইছে সিহঁতে। লগে লগে অসংখ্য ৰাইফলৰ আক্ৰমণ। তীব্ৰ গতিৰে কাল সন্ধিয়াখন বুলেটবোৰে আমাৰ কেম্পক লক্ষ্য কৰি আগবাঢ়িছে।

চালানে দো! কমাণ্ডাৰে সকলোৰে শুনাকৈ কলে। আমাৰ ফালৰপৰা তেতিয়াও আক্ৰমণৰ উত্তৰ দিয়া হোৱা নাই। সিহঁতেই গুলীয়াই থাকক। কিমান সময় অকলে অকলে গুলীয়াব পাৰে গুলীয়াওক।

লাহে লাহে পৰিধি বিস্তৃত হ'ল! চাৰিওফালৰপৰা সিহঁতে আক্ৰমণ আৰম্ভ কৰিছে। বিৰামহীন গুলী। আৰু মাজে মাজে কুৰুলী। লাহে লাহে সিহঁতে যেন আমাক চেপি আনিবলৈ সাৱধানে আগবাঢ়ি আহিছে।

আকস্মিক আৰম্ভণিৰদৰে সামৰণিও অপ্ৰত্যাশিত। চাৰিঘণ্টাৰ সঙ্কটৰ অন্তত হঠাতে নীৰৱ হৈ পৰিল খনোমা কেম্প। নীৰৱতা। মাথোন মৌনতা চাৰিওপিনে। ভাবিব নোৱাৰা, ইকাটি সিকাটি কৰিব নোৱাৰাকৈ চাৰিটা ঘণ্টা সিহঁতে আক্ৰমণ চলালে। হঠাতে গুলী বন্ধও কৰিলে।

ৰাতি গহীন হৈ আহিছে। বাহিৰত বোধহয় অস্পষ্ট মৃদু পোহৰ। ডাৱৰীয়া বতৰৰবাবে জোনৰ পোহৰ ম্লান। তথাপি এটা পোহৰৰ অনুমান ভিতৰৰ পৰাই কৰিব পাৰি। বাঙ্কাৰৰ ভিতৰত জ্বলি আছে কেইটামান লেম। অস্পষ্ট পোহৰ। দূৰৈৰ কাকো নেদেখি। কোনেও লৰচৰ কৰা নাই। নিথৰ হৈ সকলোৱে ৰাইফল খামোচ মাৰি ধৰি বাহিৰবলৈ চাই আছে। ৰাজপুত ৰেজিমেণ্টৰ জোৱানসকল। আমাৰ কিছুমানে পজিশ্যন এৰি দিয়া নাই—তেওঁলোকৰ ভাগৰ লগা নাই, জিৰণিৰ প্ৰয়োজনো হেনো নাই। ডিউটি ইজ ডিউটি। ৰেষ্ট লব ক'ত? লবই বা কেনেকৈ? আক্ৰমণ আৰম্ভ হলে যি কাণফলা শব্দ—যি ব্যস্ততা—টোপনিৰ কথাই নাই এটা উত্তেজনাই মন আৰু দেহ উতলাই তোলে। হাতত ৰাইফল লৈ আগ পিছ নুগুণি পেৰিমিটাৰৰপৰা ওলাই শত্ৰুপক্ষক চোঁচা মাৰি খেদি খাবলৈ মন যায়। বেয়নেট সুমুৱাই দি আধা মৰা কৰি এৰি দি ৰং



চাবৰ মন যায়। বুলেটৰ লগে লগে শতুৰুৰ বুকত, পেটত সোমাই যাবলৈ এক তীব্ৰ অনুভূতি জাগে। সেই উত্তেজনাত কিন্তু খং বা বিৰক্তি নাথাকে। এক তীব্ৰ কিবা অপ্ৰকাশ্য অনুভূতি মাথোন। গা গৰম হৈ অহা এক উন্মাদনা।

নগাপাহাৰ—খনোমা—মোজেমা—কোহিমা। নগাপাহাৰৰ প্ৰতিখন বস্তীতে লাগি আছে তেজৰ চেকুৰা। এই তেজ যেন শুকাবলৈ নাপায়। আৰম্ভ হয় নতুন ৰক্তপাতৰ। বস্তীয়ে বস্তীয়ে মনৰ অমিল,—অভিযান হল শিৰশ্ছেদৰ। এটা শিৰশ্ছেদৰ অন্তত তাৰে পোতক তুলিবলৈ আৰু বহুতৰ শিৰশ্ছেদৰ। বস্তীৰ মাজৰ কাজিয়া—ইটো উপজাতিৰে সিটো উপজাতিৰ সঙ্ঘৰ্ষ! তেজ—শিৰশ্ছেদ। প্ৰতিশোধ।

সাম্ৰাজ্যবাদী ইংৰাজেওতো নিৰাপদে অতি সহজে নগা পাহাৰৰ কোনো এখন বস্তীকে দখল কৰিব পৰা নাছিল। যুঁজাৰু ইংৰাজৰ গোৰা পল্টনৰ বহুতে প্ৰাণ দিছিল নগা পাহাৰ ইংৰাজ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ অভিযানত। মোককচাঙত নগা আৰু ইংৰাজৰ যুদ্ধ হৈছিল। নৱাগত শক্তিয়ে বিচাৰিছিল ক্ষমতা বিস্তাৰ কৰিবলৈ আৰু থলুৱা পাহাৰী জাতিটোৱে প্ৰতিৰোধ কৰিছিল সেই দুৰ্দ্ধৰ্ষ শক্তিক। সেইখন মোজেমা বস্তীত ১৮৭৭ চনত নগা আৰু ইংৰাজৰ ৰণ হৈছিল। ডেপুটি কমিছনাৰ কাৰ্ণেগী চাহাবে প্ৰাণ হেৰুৱাইছিল। ৰাজ্য জয় কৰিবলৈ পৰ্বত কন্দৰৰ মাজেদি গৈ কোহিমাত উপস্থিত হোৱা গোৰা পল্টনৰ দল অৱৰোধিত হৈ ৰচদ-পাতিৰ অভাৱত ভোকপিয়াহত জৰ্জৰিত হৈছিল। কেম্পত জুই জ্বলাই দিছিল গোৰা পল্টনক খেদি পঠাবলৈ। তাৰে দুবছৰৰ পিছত খনোমা অভিযান চলাইছিল ইংৰাজ বাহিনীয়ে—দলৰ অধিপতি ডেমণ্ট চাহাব একাচেকা। নগাক বশ কৰি নগা পাহাৰ দখল কৰিবলৈ। বহুতো ইংৰাজ সৈনিকে সাগৰ সিপাৰৰপৰা আহি প্ৰাণ দিছেহি নগা পাহাৰ

জয়ৰ আশাৰে। পলাশীৰ যুদ্ধত নবাব চিৰাজ উদ্দৌলাক পৰাজিত কৰি ধ্বংস কৰা ইংৰাজ শক্তি, 'চিপাহী বিদ্ৰোহ'ৰ প্ৰচণ্ড জুই নিৰ্বাপিত কৰি ভাৰতময় শান্তি বিস্তাৰ কৰা প্ৰচণ্ড শক্তিশালী ইংৰাজ বাহিনীয়ে সমগ্ৰ ভাৰতত সাম্ৰাজ্য জয় কৰি নগা পাহাৰত লাঞ্ছিত হৈ উভতি নাযায়। সাম্ৰাজ্য বিস্তাৰৰ নিচাত তেতিয়া ইংৰাজ উন্মাদ। সূৰ্য্য অস্ত নোযোৱা সাম্ৰাজ্যত আৰু—আৰু ৰাজ্য লাগে। আৰু সম্পদ লাগে সাতকোটি ইংৰাজৰ ৰাজ্য—সম্পদশালী বিশ্বৰ শ্ৰেষ্ঠতম সম্পদময় দেশ কৰি গঢ়ি তুলিবলৈ। খনোমাৰ নগাও সাজু আছিল ইংৰাজৰ আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ। বগা চাহাবৰ প্ৰত্যেকটো মূৰকে যাঠিত পুতি শাৰী শাৰীকৈ সজাই থব খনোমা বস্তীত। সকলোৰে সেই অচিনাকি—টেৰফিমাবোৰৰ পৰাজয়ৰ কলঙ্ক সনা মুখলৈ চাই চাই কিৰিলিয়াব! ডাঙৰবোৰে নাতি-পুতিহঁতক সাধু কব—কেনেকৈ ক'ৰবাৰ বগা মানুহ কিছুমানক সিহঁতৰ উপৰিপুৰুষে পৰাজিত কৰি মূৰবোৰ কাটি আনি সেইদৰে সজাই হৈছিল। কেনেকৈ খোৱা-লোৱাৰ অভাৱত দুৰ্যোগৰ মাজত সেই সৈনিকবোৰে কাওঁবাওঁ কৰি মৰণৰ কাষ চাপিছিল।

ডেমণ্ট চাহাবৰ শোচনীয় মৃত্যু হৈছিল খনোমাৰ নগাৰ হাতত। লগত যোৱা সৈন্য বাহিনীৰো বহুতৰ শিৰশ্ছেদ হৈছিল খনোমাৰ পাহাৰৰ মাজত। জীয়াই থকা পল্টনৰ দল তিল তিলকৈ অনাহাৰে অনিদ্ৰাই মৃত্যুমুখী হৈছিল। নগাই সিহঁতক বেঢ়ি ধৰি কেনিও পলাই যাব নোৱাৰাকৈ ৰাখিছিল। কোনেও খবৰ নাপায়—অৱস্থাৰ কথা। কেনিও বতৰা পঠাব নোৱাৰে বিপৰ্যৰ। গম পাওক অতপালিৰ। সেউজীয়া পাহাৰ ৰাঙলী হওক। অৱশেষত নগা হাৰিছিল। নগা পাহাৰত সিচৰিত হৈ থকা পল্টনৰ দলে খনোমাৰ দুৰ্ভগীয়া দলটোক অশেষ কষ্টেৰে বেছকিউ কৰিছিল। অসভ্য বৰ্বৰ নগাৰ হাতত সভ্যতাৰ বিজয় পতাকা হাতত লৈ অহা ইংৰাজ সৈন্যই জুলুকিয়ে



জুলুকিয়ে পানী খাইছিল। সেউজীয়া পাহাৰত পল্টনৰ তেজৰ চেকুৰা ছিটিকি পৰিছিল।

দ্বিতীয় মহাযুদ্ধৰ অন্যতম ৰণথলি নগা পাহাৰ,—বিশেষকৈ কোহিমাকে ধৰি দক্ষিণৰ আঙ্গামী অঞ্চল। জাপান আৰু আজাদ হিন্দ ফৌজৰ ওপৰত যুটীয়া আক্ৰমণ কৰিছিল ইংৰাজ আৰু মিলিত শক্তিয়ে। হেজাৰ বিজাৰ সৈনিকে এইবাৰো প্ৰাণ বিসৰ্জন দিলে নগাপাহাৰৰ বুকুত। শান্ত সৌম্য নগা পাহাৰৰ পাহাৰ আৰু শ্যামল অৰণ্যানি ৰক্ত কণিকাই ৰঙাই তুলিছিল। বিভীষিকাই তাণ্ডৱ নৃত্য কৰিছিল।

নগা পাহাৰ যুঁজৰ থলি। নগা পাহাৰ নৰৰক্ত পিপাসী। নগা পাহাৰ ৰাক্ষসী। তাইৰ মনোমোহা শ্যামলিমাৰ আঁৰত লুকাই আছে চামুণ্ডাৰ ৰূপ। বতাহৰ সোঁ-সোঁৱনিত আছে বিভীষিকা সৃষ্টিৰ মায়াজাল। জুৰিটিৰ জিৰজিৰণিত আছে প্ৰলয়ৰ গীত। নগা পাহাৰৰ বুকুত তেজৰ চেকুৰা নুশুকায়।

এটা বুলেটৰ শব্দ।

যেন খুব ওচৰৰপৰা কোনোবাই—শত্ৰুক নিহত বা আহত কৰিবলৈ নহয়, মাজনিশা টোপনিত লালকাল দিয়া খনোমা পাহাৰৰ বুকুত শুই থকা সকলোটিকে জগাই দিবলৈহে এটা শব্দ কৰিলে।

ডেৰ মিনিটমানৰ বিৰতি—

আকৌ এটা। থিক পশ্চিমফালৰপৰা। সমান বিৰতিত চাৰিউ দিশৰপৰা চাৰিটা বুলেটৰ শব্দ। বিৰতি। দুই মিনিটমানৰ পিছত দক্ষিণ-পূব ফালৰপৰা একেলগে বুলেট আৰু এল. এম. জি. ৰ শব্দ হ'ল। মাজনিশাৰ সেই শব্দই জগাই তুলিলে মৌন খনোমা। মুখৰ হ'ল খনোমা কেম্প আৰু বিদ্ৰোহী শিবিৰ।

অবিৰাম ভাৱে চলোৱা গুলীৰ শব্দ শুনি শুনি ভাবিছোঁ—আজিয়ে যেন শেষ সিদ্ধান্ত হব কিবা এটাৰ। এই ৰাতিটো সিদ্ধান্তৰ ৰাতি। কাইলৈ একো বাকী নাথাকে। এটা দল আনটোৰ হাতত পৰাজিত

হবই। আৰু সেই দলটো—বিজয়ী দলটো হব বিদ্ৰোহী নগা দল। সেই যে আৰম্ভ হল আক্ৰমণ, শেষ নাই তাৰ। অন্তহীন গুলী আৰু সেই চিঞৰ। ইণ্ডিয়ান আৰ্মিক ধিক্কাৰ দিয়া, ককৰ্থনা কৰি কৰা বাক্য বৰিষণ। গেট আউট ইণ্ডিয়ান ৰাস্কেল্‌ছ্। লিভ ফ্ৰি নাগালেণ্ড ইউ ফৰেইনাৰ্‌ছ। চাৰ্জ—চাৰ্জ ব্লাডি ইণ্ডিয়ানকো।

ইণ্ডিয়ান আৰ্মিয়ে সাৱধানে যুঁজিছে। পশ্চাদবাহিনীৰ চিন্তা এতিয়া নাই। সিহঁতে আগবাঢ়ি আহি বেঢ়ি ধৰিলেও সুবিধা আৰু কৰিব নোৱাৰে। এই কেইদিনত সেইটো ভয়ৰ কথা আছিল অৱশ্যে। এতিয়া শক্তি সামৰ্থ্য বহুতো বেছি হ'ল আমাৰ। এল. এম. জি. আৰু ৰাইফলৰ গুলী নকৰি মৰ্টাৰ দলিয়াই আছে ৰাজপুত ৰেজিমেণ্টে। মাজে মাজে এল. এম. জি.। এল. এম. জি. ৰ প্ৰয়োজন এতিয়াও হোৱা নাই। থ্ৰি ইঞ্চ মৰ্টাৰবো। লাগিব কম্বিং অপাৰেশ্যনত।

মাজনিশানৰ এন্ধাৰ আঁতৰি গৈ পূবত বগা ডাৰ দিলে। পাহাৰৰ সেউজীয়া গছ-গছনি আৰু পৰ্বত পাহাৰবোৰৰপৰা এন্ধাৰৰ আৱৰণ ধীৰে ধীৰে মিলি গৈ সেউজীয়া হ'ল। পূবৰ নীলা আকাশৰ দিগন্তত হিৰন্ময় ৰঙৰ সমাৱেশ হল। এটা মনোৰম বৰ্ণচ্ছটাই পূবৰ আকাশ ৰঙাই তুলিলে। পুৱাৰ ধীৰ মলয়া বলি ভৈয়ামলৈ গুচি গ'ল। জাপু টিঙত পুৱাৰ প্ৰাণ সোণালী ৰ'দ এচেৰেঙা পৰিল। তাৰ পিছত ওখ টিং আৰু পাহাৰৰ গছ-গছনিৰ আগত। তাৰ পিছত ৰ'দালি পোহৰ খনোমা বস্তী, খনোমাৰ পাহাৰ, খনোমাৰ কেম্পত বিয়পি পৰিল। এটা দিনৰ প্ৰভাতী পোহৰ ক্ৰমে আগবাঢ়ি আহিছে দুপৰীয়ালৈ। কিন্তু একেটা গতিৰে আক্ৰমণ চলাই আছে বিদ্ৰোহী নগা দলে। মাজ ৰাতিৰপৰা দুপৰীয়ালৈকে একেৰাহে সিহঁতে গুলী চলায়েই আছে। অবিৰাম। মৰ্টাৰ, এল. এম. জিকো সিহঁতে কেৰেপকে কৰা নাই।



এক বজাত সিহঁতে আক্ৰমণ বন্ধ কৰিলে। কিন্তু তৎপৰ হ'ল ৰাজপুত ৰেজিমেণ্ট। কেম্প কমাণ্ডাৰবো একে মত কম্বিং অপাৰেশ্যন চলাই সিহঁতে যদি বাঙ্কাৰ সাজিছে ভাঙি পেলাব লাগিব। সিহঁতে যদি অপাৰেশ্যন হেড্ কোৱাৰ্টাৰ পাতি লৈছে—ধ্বংস কৰিব লাগিব। বিদ্ৰোহী নগাই যদি তীব্ৰ প্ৰতিৰোধ কৰে—তথাপি এড্‌ভান্স্ পাৰ্টি আগুৱাই যাবই লাগিব। হেড্ কোৱাৰ্টাৰলৈ সেই একে মেচেজ গৈ আছে—হেভি ফায়াৰিং। ট্ৰিমেণ্ডাছ এটাক্। টাইম বিং চিটুয়েশ্যন কোৱাইট্।...ফায়াৰিং...ষ্টাৰ্টেড্। কোৱাইট এগেইন।

ৰাজপুত ৰেজিমেণ্টৰ এড্‌ভাঞ্চ পাৰ্টি বুকেৰে চুচৰি চুচৰি আগবাঢ়িছে। জোপোহা বননিখন পালেগৈ ৰিয়াৰ পাৰ্টি আগবাঢ়িব। দুয়োটা দলতে অধিক শক্তিশালী অস্ত্ৰ আছে। ৰাইফলতকৈ অধিক সুবিধাজনক। ধ্বংসাত্মক বেছি। যদি সিহঁতে এই মাৰাত্মক অস্ত্ৰকো নেওচা দিয়ে তেনেহলে সিহঁত উভতি যাব নোৱাৰিব বাঙ্কাৰৰ বাহিৰৰপৰা।

কেপ্তেইন চাতান সিঙে আৰ. টিত জি-ওৱানেৰে কথা পাতি শেষ কৰিলে। কম্বিং অপাৰেশ্যনৰ ৰিপ'ৰ্ট। আৰু কাৰো মুখত কথা নাই। বাঙ্কাৰত পজিশ্যন লোৱাবোৰে সেই ভাগেই সন্মুখলৈ চাই আছে। কেপ্তেইনে হাতত দূৰবীণটো লৈ কেম্পৰ এমূৰৰ ওখ ঠাই এডোখৰত থিয় দি চাই আছে এড্‌ভান্স পাৰ্টিৰ অগ্ৰগতি। নাই—প্ৰতিৰোধৰ সন্মুখীন হোৱা নাই সিহঁত। জোপোহাবোৰৰ মাজত সিহঁত সোমাই পৰিছে। দ্বিতীয় দলটো লক্ষ্য স্থানলৈ আগবাঢ়িছে। দুয়োটা দল একে ঠাইতে লগ হৈ লব আৰু পুনৰ আগতে যোৱা দলটো লাহে লাহে গভীৰ অৰণ্যলৈ সাৱধানে আগবাঢ়িব। হয়তো সঙ্ঘৰ্ষৰ সন্মুখীন হবলগীয়া হব পাৰে, কথা নাই। দুয়োটা দলে সমানে সিহঁতক লক্ষ্য কৰি গুলী চলাব। দূৰবীণত কেপ্তেইন সিঙে দুয়োটা দলৰ সন্তোষজনক অগ্ৰগতি দেখি আনন্দ পাইছে। প্ৰথম লক্ষ্যস্থানত উপনীত

হোৱা বাতৰিটো জি-ওৱানক দিবলৈ মন কৰি চাৰিওপিনে তেওঁ এবাৰ চালে। অনতিদূৰৰ পাহাৰ আৰু অৰণ্যসমূহ স্পষ্ট হৈ জিলিকি উঠিল দূৰবীণৰ লেন্সত। কিন্তু বিদ্ৰোহী নগাৰ অৱস্থান তেওঁৰ চকুত ধৰা নপৰিল। ধৰা নপৰিল এল. এম. জি. হাতত লৈ ওচৰতে বাঘৰ দৰে জোপলৈ থকা বিদ্ৰোহী সৈন্যৰ এজনো। ৰাজপুত ৰেজিমেণ্ট ইমান আগবাঢ়ি গৈছে—এটা গুলী খৰচ নকৰাকৈ! এটা মৰ্টাৰৰ শব্দ হোৱা নাই। কি হ'ল বিদ্ৰোহী দলৰ? গুলী শেষ হল নেকি? ৰিট্ৰিট? ভেৰি গুড্ নিউজ!! আৱাৰ জোৱানছ্ আৰ এড্ভান্সিং! ৱেল ডান জোৱানছ্! ৰাজপুত! কিমান ঐতিহ্যময় নাম! বুৰঞ্জীৰ কিমান কাহিনী সোমাই আছে ৰাজপুত নামটোত! আক' এবাৰ কেপ্টেইনে গৌৰৱেৰে ৰাজপুত ৰেজিমেণ্টৰ অগ্ৰগতি চাই ললে। চাব্বাছ! বিনা ৰক্তপাতে হয়তো আজি খনোমা অপাৰেশ্যনৰ মেজৰ চেপ্টাৰ ক্লজ হব। হৰিষত কেপ্টেইন চাতান সিঙে দূৰবীণটো চকুৰ আগৰপৰা আঁতৰায়। সোফালে ঘূৰি চেটৰ ওচৰলৈ আহিব খুজিলে। কনফাৰ্ম্। ৰাজপুত ৰেজিমেণ্ট বিনা বাধাই লক্ষ্য স্থানলৈ আগবাঢ়ি আছে। অগ্ৰগতি সন্তোষজনক। এঘণ্টা—খুব বেছি ডুঘণ্টাৰ ভিতৰত থ্ৰিলিং ৰিপ'ৰ্ট দিব পৰা হব বুলি বিশ্বাস। সাহস আৰু ধৈৰ্যৰ সুফল। ইমান দিনে দুৰ্যোগকে আপোন বুলি, দুৰ্গতিকে মূৰ পাতি লোৱাৰ শুভ ফল। খনোমা হাইড্ আইট ক্লিয়াৰ্ড্ অব নাগা হষ্টাইল! বিউটিফুল! ব্ৰিলিয়েণ্ট পাৰফৰমেন্স অব দ্য জোৱানছ্! চাব্বাছ!!

বাওঁ ভৰিটো আগবঢ়াই দিব খুজিলে কেপ্টেইনে। নোৱাৰিলে। হাতৰ দূৰবীণটো চিটিকি পৰিল। অতৰ্কিতে একেলগে দুটা বুলেটে আহি কেপ্টেইনক বগৰাই দিলে। এটা তলপেটত আনটো বুকুত সোমাইছে। বাগৰি পৰিল কেপ্টেইন চাতান সিং, খনোমা অপাৰে-শ্যনৰ কেম্প কমাণ্ডাৰ কেপ্টেইন চাতান সিং।



হেল' কিং মাইক এব্‌ল্—ইঅ'ৰ লাষ্ট চেণ্টেন্স ইজ নট ক্লিয়াৰ, প্লিজ ৰিপিট্—অ'ভাৰ। চাতাখা আউট পোষ্ট। জমাদাৰে হেড্‌কোৱাৰ্টাৰত কথা পাতিছে। চি. অ'ৰে সৈতে। শেষৰ বাক্যটো অস্পষ্ট হোৱাত পুনৰ কবলৈ অনুৰোধ জনাই হেড্ ফ'নটো কাণত হেঁচি ধৰিলে। বাহিৰত ধাৰাষাৰ বৰষুণ। মেঘৰ গাজনি। বিদ্ৰোহী দলৰ আক্ৰমণ। ৰাইফল আৰু এল. এম. জিৰ সমানে ব্যৱহাৰ। কাণ তাল মৰা শব্দ।

ৰ'জাৰ! তেওঁ ফ'নটো মূৰৰপৰা সোলোকাই মোলৈ চাই কলে—চেমিনিউ আৰ্মি কেম্প আৰু জুনেবট' আৰ্মি কেম্প আৰ. টিত কনটেক্ট কৰিবলৈ।

ওচৰৰে ক'ৰবাত বোধহয় বজ্ৰপাত হ'ল। এচমকা পোহৰ আকাশৰপৰা নামি আহি পাহাৰৰ মাজত হেৰাই গ'ল। এটা বিৰাট শব্দ বিয়পি গ'ল চাৰিওপিনে। খন্তেক নিস্তব্ধ। মাথোন বৰষুণৰ শব্দ।

ৰাজ ৰিফ্‌ৰ অপাৰেটৰ আৰ. টি লৈ আহিল্। সেয়া বাৰ্মা, মাততে ধৰিব পাৰিলোঁ। কথা পতা নহ'ল। নোৱাৰি। তেৱোঁ নিশ্চয় ব্যস্ত। চাতাখা অ' পিৰ অৱস্থা হয়তো শোচনীয় হৈ পৰিব।

হেল্‌ল বে'কাৰ ফ'ৰ—ইঅ'ৰ চি. অ' প্লিজ! বেটেলিয়ন জমাদাৰ ফ্ৰম চাতাখা অ' পি—প্ৰায়ৰিটি। চি. অ'ক জমাদাৰে আমাৰ আউট পোষ্টত হোৱা আক্ৰমণৰ বাতৰিটো দি সুধিলে—ৰিয়াৰ ইনফ'ৰ্চমেণ্ট—পশ্চাদ বাহিনী পঠোৱাৰ ব্যৱস্থা কৰিছে নেকি?

চি. অ'ৰ কথাৰপৰা জনা গ'ল—ইতিমধ্যে হেড্‌কোৱাৰ্টাৰৰপৰা চাতাখা আক্ৰমণৰ খবৰ পাইছে চি. অ'ই, আৰু পশ্চাদবাহিনী এটা তুৰন্তে যাবলৈ নিৰ্দেশ দিছে। পশ্চাদবাহিনী গৈ নোপোৱালৈকে সাৱধানে শত্ৰুৰ সন্মুখীন হৈ থাকিবলৈ আৰু হতাশ নহবলৈ তেওঁ উপদেশ দিলে।

পশ্চাদবাহিনী আহিলে আহিব লাগিব চেমিনিউৰপৰা। চাতাখাৰ নিকটতম মিলিটেৰী কেম্প। কোহিমাৰপৰা আমাৰ পশ্চাদবাহিনী অহাটো দুৰাশা। দুয়োটা দলেই বিপৰ্যয়ৰ মাজত অভাৱনীয় পৰিণতিৰ মাজতহে সোমাই পৰিব লাগিব।

ৰাতিটো আগবাঢ়িছে। আমাৰ ট্ৰেন্সৰ ভিতৰত তেনেই এন্ধাৰ। দুমূৰে দুটা লেম জ্বলি আছে। যথেষ্ট নহয়। কাকো স্পষ্টকৈ নেদেখি। দেখাৰ প্ৰয়োজনো অৱশ্যে নাই। আনহাতে বেছি পোহৰৰ ব্যৱস্থাও কৰিব নোৱাৰি। নিষেধ। অসুবিধা।

হেল্‌ল' ইণ্ডিয়ান চিপাই লোক্—এক বাত শুন? ৰাতিৰ অৰণ্যৰ মাজৰপৰা কোনোবাই ৰিঙিয়াই কোৱা শুনিলোঁ। খন্তেকৰ বিৰতিৰ পাছত সেই মানুহজনে পুনৰ আৰম্ভ কৰিলে—তোমলোক ঝুট মুট লেড়াই কিয়া হায়। ঝিন্দিগী এইছেই কতম হ যায়েগা তোমলোক্‌কো।

ভঙা ভঙা হিন্দীৰে সি চিঞৰিছে।

আপ কোন হায়? আমাৰ প্লেটুন কমাণ্ডাৰে চিঞৰি সুধিলে।

হাম—কমাণ্ডিং অফিচাৰ হু। সি মাজতে এবাৰ কাঁহিলে। কি নিমিত্তে তুমিখান মিছামিছিকৈ লেড়াই কৰিছে? ইটু নাগা লেণ্ড হয়। কেলেই আমাৰ দেশতে তুমি—ইণ্ডিয়ান চিপাহীবিলাক সোমাই মিছামিছি হাল্লা কৰিছে? ছাড়ি দিবি ইণ্ডিয়ান চাকৰি। আমাৰ নাগা হ'ম গাৰ্ডত জইন কৰিলে মানে তোমালোকে হায়াৰ ৰেঙ্ক পাব। আৰাম পাবলৈ আছে। কাম অন—মিলামিলি কাম কৰেগা।

আমাৰ ফালৰপৰা কি উত্তৰ যায় তাৰে আশাত সি বোধহয় অলপ সময় মনে মনে ৰ'ল। প্লেটুন কমাণ্ডাৰে একো নামাতিলে।

এইটো হেনো জাপানী বুদ্ধি। জাপানীবোৰে দ্বিতীয় মহাযুদ্ধৰ সময়ত কোহিমা আক্ৰমণ কৰি আংশিকভাৱে দখল কৰি ৰাতি ৰাতি মাইকত ইংৰাজৰ হৈ যুদ্ধ কৰা ভাৰতীয় জোৱানসকলক জাপানীৰ-



ফলীয়া হৈ যুদ্ধত যোগদান কৰিবলৈ আহ্বান জনাইছিল। প্ৰমোচন আৰু অন্যান্য সা-সুবিধাৰ প্ৰলোভন দেখুৱাইছিল।

বৰষুণ এৰিছে। বাহিৰত ভীষণ এন্ধাৰ। সিহঁতে গুলীও কৰা নাই। কথাও বন্ধ। মাথো মৌণতা। চাতাখাক আগুৰি। লেমটোৰ ক্ষীণ পোহৰত ওৱাৰলেছ চেটটোৰ ফ্ৰিকুয়েন্সি ডায়েলখন জিলিকি আছে। বগা বগা সৰু সৰু আখৰ আৰু সংখ্যাবোৰ এনেয়ে পঢ়িবলৈ যত্ন কৰিলোঁ। চুইচটো অন কৰি দিলোঁ। চি-চিয়নি এটা ওলাল। বন্ধ কৰি দিলোঁ। লেমটো আৰু অলপ কমাই দিলোঁ। ধোৱা মিহলি কেৰাচিনৰ গোন্ধ ওলাল। চেটটোৰ ওপৰেদি এনেয়ে হাত বুলাই আনিলোঁ। ধূলি অলপ হাতত লাগিল। পেণ্টটোত মোহাৰি দিলোঁ। টেঙ্কিটোৰপৰা ভেকেটা গোন্ধ এটা ওলাইছে। পেট্ৰলৰ টেঙ্কি। তাৰ ওপৰতো ধূলি পৰিছে। পুৰণি পেট্ৰলৰ গোন্ধ। সেমেকা মাটিৰ গোন্ধ নাকত লাগিছে। ঠাণ্ডাও লাগিছে অলপ। পাৰি লোৱা কম্বলখন নিশ্চয় সেমেকিছে তলফালে। বহুদিন ৰ'দ বা পোহৰ দেখা নাই কম্বল বা বিছনাখনে।

আকৌ সেই চিঞৰ। ভঙা অসমীয়াত।—তোমালোকে যদি আমাৰ দলত যোগদান দিব নোখোজা, তেন্তে আত্মসমৰ্পণ কৰা। আমি তোমালোকক নিৰাপদে ডিমাপুৰত থৈ আহিম গৈ। তোমালোক নিজৰ দেশলৈ উভতি যাব পাৰিবা। যদিহে তাকো নকৰা তেন্তে থিক জানিবা, এই ৰাতিয়েই তোমালোকৰ কাল ৰাতি। এই ফ্ৰি নাগালেণ্ডৰ বুকুতে তোমালোকক সমাধি দিয়া হব। নাভাবিবা—ইণ্ডিয়ান চিপাহীয়ে আমাৰ ফ্ৰি নাগালেণ্ডত জয়লাভ কৰিব। আমিও সহজে এৰি নিদিওঁ। আমাৰ হানি হয় হব, কিন্তু তোমালোকেও নিৰাপদে থাকিব নোৱাৰিবা। কাটিম—এটা এটাকৈ কাটিম।

তোমালোকে নামাতা কেলেই?

আমাৰ কেম্প নীৰৱ। কোনোবা দুজনে কিবা ফুচ্ ফুচাই কথা পাতিছে। জমাদাৰে মৃদু ধমকি দিলত বন্ধ হ'ল। পশ্চাদবাহিনী চেমিনিউৰপৰা অহা বুলি মেচেজ দিছে। কোহিমাৰ পৰা চি. অ'ই খবৰ লৈছে—শেহতীয়া অৱস্থাৰ।

চি. অ'ই আকৌ নিৰ্দেশ দিছে—সিহঁত ফায়াৰিং ৰেঞ্জৰ ভিতৰ নোসোমোলৈকে যেন আমাৰ ফালৰপৰা গুলী কৰা নহয়। একেবাৰে ক্ল'জ ৰেঞ্জ পালেহে—অন্যথাই চুপ্‌চাপ থাকিব লাগে। ইয়াৰ মানে দুটা। শত্ৰু ঘৰৰ চোতালত থিয় দি অন্যায় কৰিবলৈ লোৱাবাবেহে আত্মৰক্ষাৰ অৰ্থে আমি গুলী চলাইছোঁ, যদি এই সংঘৰ্ষত কোনোবা মৰে, তেনেহলে আমি দোষী নহওঁ। আনটো অৰ্থ হ'ল—পশ্চাদ-বাহিনী কেতিয়াকৈ আহি পাবহি তাৰো নিশ্চয়তা নাই। বাটতে হয়তো সংঘৰ্ষৰ সম্মুখীন হৈ কেবা ঘণ্টাও তাতে জব্দ হৈ থাকিবলগীয়া হব পাৰে, নাইবা বিফল হৈ উভতি যাবলগীয়াত পৰিবও পাৰে। যদি আমাৰ জোৱানসকলে জধেমধে গুলী খৰচ কৰে তাৰ পৰিণতি হব পাৰে আমাৰ নিজৰে বিপদ।

জমাদাৰে সৰু সৰুকৈ জোৱানসকলক কলে—আত্মৰক্ষা কৰি ক্ল'জ ৰেঞ্জৰপৰাহে গুলী চলোৱাৰ কথা।

পঘা কেইডালমান দি নপঠিয়ালে কিয় ?

কিহৰ পঘা ৰে ?

ক্ল'জ ৰেঞ্জলৈ আহিলে গুলী নকৰি একেবাৰে গৰু বন্ধা দি বান্ধিবলৈ !

তই সিহঁতক বান্ধিবলৈ গৈ জীয়াই থাকিবি নেকি ?

ক্ল'জ ৰেঞ্জলৈ বাট চোৱা মানে সিহঁতে গুলী কৰি পলোৱা নহয় নেকি ?

ৰক্তপাত যাতে বেছি নহয় তাৰেবাবেহে এনেকুৱা কৰিছে। এই, বুজা নাই ?



বুজিছোঁ। গুলীও কৰিব লাগে, তেজো ওলাব নালাগে। মাৰিব নালাগে। আকৌ—

বিদ্ৰোহীদল বশ হবও লাগে।

খং-ৰাগ কৰাৰ পৰিবেশ অনুকূল নহয়। দাবী-ধমকি দিয়াৰ কথা চিন্তা নকৰি জমাদাৰে কথা-বতৰাবোৰ শুনি হাঁহিব খোজে। তেওঁৰ সেৰেঙা গোফেৰে মুখখনে মনত পেলালে আৰু এখন মুখৰ। তিনিমাহ আগতে কোহিমাত দেখা সেই মুখখন—

পুলিচ বেটেলিয়নেৰে বিদ্ৰোহীদলৰ এটা সংঘৰ্ষ হৈছিল। কেনোবা এটা আউট পোষ্টত। ক'ত পাহৰিলোঁ। তেতিয়া এইবোৰত গুৰুত্ব দিয়া নাছিলোঁ। ডা-ডাঙৰীয়াসৱৰদৰে মৰো তিলিকি মাৰি উকুৱাই দিছিলোঁ—ধুৰ্, বিদ্ৰোহ, কিটো বিদ্ৰোহ কৰিব নগাই ? যুদ্ধ ? দুই-এদিন সৌ টুৱেন চাং, মন অঞ্চলত সিহঁতে থুং থাং কিবা কৰিব পাৰিব—যলৈ সহজে মানুহ যাব নোৱাৰে ! আৰু আমাৰ ইমানবোৰ পুলিচ-মিলিটেৰী আছে, দেখিয়ে সিহঁতৰ পিলাই চমকিব। গতিকে কেতিয়াবা ক'ৰবাত হোৱা সংঘৰ্ষৰ কথা শুনিলে, নাইবা কোনোবা বিদ্ৰোহী অফিচাৰে আত্মসমৰ্পণ কৰাৰ বাতৰি পালে নাইবা কেতিয়াবা ক'ৰবাত বন্দী কৰি অনা বিদ্ৰোহীদলক কাছাৰীলৈ বিচাৰৰ-বাবে নিলে উত্তেজিততো হোৱা নাছিলোঁৱেই ; কথা আৰু কামবোৰ দেখি কিবা ভাওনা ভাওনা যেন লাগিছিল। চেকাছাং অঞ্চলৰ 'ব্ৰিগেডিয়াৰ' এজনে কঁকালত ৰিভলভাৰ ওলোমাই লৈ যেতিয়া কোহিমাত আত্মসমৰ্পণ কৰিলেহি, সকলো শ্ৰেণীৰ লোকেই 'জংগল পাত্তিৰ মানু' চাবলৈ লৰা-ধপৰা লগাইছিল। তাৰে দিন দিয়েক পাছত সেই সংঘৰ্ষটোত বিদ্ৰোহী নগাৰ এজন 'লেফটেনেণ্ট' নিহত হ'ল।

শত্ৰুৰ মৃত দেহ পুলিচ থানাৰ নামনিৰ বাটৰ কাষত ভঙা লৰী এখনত পেলাই থৈছিল দুদিন। এটা অ'লিভ গ্ৰীণ চাৰ্ট আৰু

আঙ্গামী কাপোৰ এখনৰ পিন্ধন। অ'ত ত'ত ছুই চাৰিডাল গোঁফ। বুকুত বুলেটৰ দাগ। ভৰিত হান্টিং বুট।

পাব্লিকৰ মনত ইয়াৰ বি একশ্চন হব পাৰে! চুবেদাৰ চাট্‌ম্বই ডা-ডাঙ্গৰীয়াসকলক কলে। গতিকে ডেড বডি আঁতৰাই পেলোৱাই উচিত হব।

বহুতো মানুহে বেঢ়ি বেঢ়ি চাইছিল—'বিদ্ৰোহী নগাৰ লেফটেনেন্ট' জনৰ মৃত দেহটো। তিৰোতাবোৰে ইস্ আস্ কৰিছিল। এজনী বুঢ়ীয়ে চকুপানী মচিছিল—আওমৰণে মৰা ডেকা ল'ৰাটিলৈ চাই। ছুই এটা মাখি শৱটোৰ মুখত পৰি থেও ধৰি ফুৰিছিল। বিদ্ৰোহৰ আৰম্ভণীতে শত্ৰু নিধনৰ আনন্দমুখৰ কথা-বতৰা পাতিছিল ওপৰ মহলাত। চাওক,—বিদ্ৰোহৰ পৰিণতি কি। শিকক—। যিবিলাকৰ অন্তৰত বিদ্ৰোহৰ পুলি গজিছে, ইমানতে দেই পুৰ অন্ত হওক।

ৰাইফল, লাইট মেচিন গান, টমিগান আদি প্ৰায় সকলোবোৰ অস্ত্ৰ একেলগে এনেভাৱে গৰজি উঠিল যে আমি সোমাই থকা ট্ৰেন্সটো যেন মাটি ফাটি তললৈ সোমাই গৈছে। প্ৰচণ্ডভাৱে আক্ৰমণ চলাইছে বিদ্ৰোহী দলে। আৰু সেই চিঞৰ—চাৰ্জ! চাৰ্জ!! ইণ্ডিয়ান চিপাইকু!

গুলী—গুলী আৰু গুলী! আৰু একো নাই। মুখত কথা নাই। শুনিবলৈ একো নাই। কৰিবলৈ একো নাই। সিহঁতে বিচাৰিছে আমাক পৰাভৱ কৰিবলৈ। আমি বিচাৰিছোঁ সিহঁতক বশ মনাবলৈ।

আৰ্ত চিঞৰ এটা শুনিলোঁ। বোধহয় সিহঁতৰ কাৰবাৰ গাত বেয়াকৈ গুলী লাগিছে। ৰাতিৰ এন্ধাৰ আৰু গুলীয়াগুলীৰ মাজেদি মৰা যন্ত্ৰণা-কাতৰ সেই চিঞৰটো ইমান বীভৎস অথচ ইমান করুণ যে মনটো সেমেকি যায়। কিন্তু সেইবোৰ ভাবিবলৈ সময় নাই। কেইটা মৰিল বা কেইটা আহত হ'ল সেই বিষয়েও নিশ্চিত হোৱাটো সহজ নহয়। সজ্ঘৰ্ষত আহত বা নিহত হোৱা বিদ্ৰোহীৰ সংখ্যা



যিমানেই নহওক লাগিলে সিহঁতে সেইবোৰ আঁতৰাবলৈ যেন সৰ্বস্ব পণ কৰে। শত্ৰুৰ হাতত কেতিয়াও আহত বা নিহতক এৰি নিদিয়ে।

মৰ্টাৰ এটাৰ প্ৰচণ্ড শব্দ হোৱাৰ অলপ পিছতে হুৰুক্ কৰে শব্দ এটা হ'ল। যেন কিছুমান কাঠ নাইবা মাটিহে তললৈ সৰি পৰিছে। মূৰ দাঙি চাই একো নেদেখিলোঁ। ওচৰত কোনো নাই। ৰাইফল পজিশ্যন অলপ নিলগত। এই সময়ত সিহঁতক মতা উচিত নহব বুলি ভাবিলোঁ। জমাদাৰ সিটো মূৰে বোধহয়।

আমাৰ চেণ্ট্ৰি পোষ্ট আৰু বাকী ছুটা এল. এম. জি. একেলগে গৰজি উঠিল। বাৰুদৰ গোন্ধ আৰু ধোৱা পাহাৰৰ গছ-বিৰিখত মিহলি হৈ গ'ল।

বেকাৰ ফ'ৰ—ফ্ৰম চাতাখা অ' পি···ফেচিং ৰেনডম্ ফায়াৰিং ফ্ৰম অল চাইড্‌ছ—মৰ্টাৰ হেজ···

পাহাৰৰ মাজৰ অকোৱা পকোৱা ঠেক বাট। ছয়োফালে অৰণ্য। মাজ নিশাৰ শেঁতা জোনৰ পোহৰ। শাৰী পাতি আমি আগবাঢ়িছোঁ। চৌদিশে নীৰৱতা। মাথোন খোজ কঢ়াৰ মৃছ শব্দ। মন্থৰ গতি। আগবঢ়াৰ। চাতখা অ' পিৰ ছুটা প্লেটুন শাৰী পাতি—চিঙ্গল্ কলামত আগবাঢ়িছে ক'ৰবালৈ। কলৈ কব নোৱাৰে। আগত আৰু পাছত বিদ্ৰোহী নগা হ'মগাৰ্ডৰ এছক'ৰ্ট। পৰিচালক সিহঁত। গন্তব্য স্থলৰ কথা জানে সিহঁতেহে। দলটো মাথোন আগবাঢ়িছে। শৱানুগমনৰ নীৰৱতা আৰু বিষণ্ণতাৰে।

অলপ দূৰ গৈ দেখিলোঁ সোফালে সৰু বাট এটা ফাটি গৈছে। মোৰ পাছে পাছে আহি থকা নগা হ'মগাৰ্ডজনক সুধিলোঁ—সেই ৰাস্তাটো কলৈ গৈছে।

সি একো নামাতিলে। পুনৰ সুধিলোঁ—ইটু ৰাস্তা কুন বস্তী যাইছে?

চুপ! সি ধমকিয়ালে।

খং উঠিলেও উপায় নাই। মনে মনে থাকিলোঁ।

যিমানে মনত পৰিছিল সিমানে গাটো গৰম লাগিছিল। উত্তেজিত হৈ পৰিছিল। দ্বিতীয় মহাসমৰৰ যুদ্ধবন্দীৰ অভিজ্ঞতাৰ কাহিনী এটা। নগা পাহাৰৰে দক্ষিণ আঙ্গামী অঞ্চলত জাপানী সৈন্যই যুদ্ধবন্দী শিবিৰ এটা পাতিছিল। বিখ্যাত জাপানী জেনেৰেল শ্বাটুৰ যুদ্ধবন্দী শিবিৰ। ডিমাপুৰৰপৰা ইম্ফললৈ যাওঁতে এজন ইংৰাজ উচ্চপদস্থ বিষয়াক বাটতে জাপানীয়ে কৌশলেৰে বন্দী কৰি সেই শিবিৰতে ৰাখি অকথনীয় নিৰ্যাতন কৰিলে। অসীম ধৈৰ্যৰে তেওঁ বন্দী অৱস্থাৰে দিনবোৰ কটাই দিব ধৰিলে। শোৱা-খোৱাৰ অনিময়ৰ বাবে তেওঁ তেজগ্ৰহণীত ভুগিলে। জাপানীবোৰে এটাইতকৈ ভয় কৰিছিল তেজ গ্ৰহণী বেমাৰটোক। বন্দীবোৰৰ শৌচাগাৰটো আছিল বেৰেকৰপৰা ভালেখিনি নিলগত। বেমাৰীয়ে সঘনাই শৌচ কৰিবলৈ অহা-যোৱা কৰে। লগত যায় এজন ৰাইফল-ধাৰী পহৰা। ৰাতিয়ে-দিনে কেৱাবাৰো বন্দীজনক অনা নিয়া কৰি সিহঁতে আমনি পাবলৈ ধৰিলে। এদিন ৰাতি। বন্দী বিষয়াজন শৌচ কৰিবলৈ গৈছে। লগত যোৱা প্ৰহৰীয়ে অনতিদূৰৰপৰা পাঁচ বেটেৰী টৰ্চটো জ্বলাই মাৰ্চ কৰাৰ ভঙ্গীত অহা যোৱা কৰি আছে। লাইটটো বেছি সময় জ্বলাই ৰখাও নিষেধ। কোন সময়ত ক'ৰপৰা শত্ৰুৱে দেখে ঠিক নাই। চেগ বুজি বিষয়াজন ওলাই আহি প্ৰহৰীজনক গৰা মাৰি ধৰি তাৰ কান্ধত থকা ৰাইফলৰ বেয়নেটেৰে তাক বধ কৰি তাঁৰ কাটাৰ বেৰখন চুচৰি বাগৰি অসীম সাহসেৰে পাৰ হৈ পলাই গ'ল।

উত্তেজনাত খৰকৈ খোজ পেলাই আগবাঢ়োতে মোৰ আগে আগে যোৱা হ'মগাৰ্ডজনৰ গেৰোৱাত ভুবাৰ জোতাৰে খুন্দিয়ালোঁ। হান্টিং বুট বাবেই হবলা সি উভতি চায়ো একো নকলে। দুখ পালে নিশ্চয় কিবা কলেহেঁতেন। মই খোজ ঢিলাই দিলোঁ। তিনি চাৰি



গজমানৰ ব্যৱধান এটা হ'ল। পিঠি খজুৱাৰ চলেৰে পিছলৈ চালোঁ। বেটেলিয়নৰ ময়েই শেষত। মোৰ পাছত তিনিজন হ'মগাৰ্ড। শেষৰ দুজনে বিৰ্‌বিৰাই কথা পাতি আহিছে। সোঁফালে চালোঁ। গছ-বিৰিখ আছে বুলিও গভীৰ অৰণ্য নহয় যেন লাগিল। তাৰপৰা কিছু দূৰতহে পাহাৰ। জুৰি জান বোধহয় ওচৰত নাই। শব্দ শুনা নাই। ধ্ৰুৱ তৰাটো স্থিৰ হৈ আছে। সেই পিনলৈ মন অঞ্চল হব। বাট-পথ নাথাকিলেও যাব পৰা হব। ৰাতিটো ক'ৰবাত কেনেবাকৈ কটাই দিব লাগিব। নহয়,—ৰাতিটোতে এই অঞ্চল পাৰ হৈ যাব লাগিব। দুই এখন বস্তী নিশ্চয় আছে আশে পাশে। বস্তী এলেকা পাৰ হৈ লব লাগিব ৰাতিটোৰ ভিতৰতে।

যদি—যদি—

কাণ পাতিলোঁ। কাৰো মুখত কথা নাই। কোনেও কাৰো পিনে চোৱা নাই। জোনাকখিনি এচমকা ডাৱৰে ঢাকি থৈছে। ম্লান অন্ধকাৰ। মোৰ পাছে পাছে অহা হ'মগাৰ্ড দুজনে বিড়ি টানিছে। এজনে তললৈ মূৰ কৰি আহি আছে। আগৰ কেইজন আগবাঢ়ি গৈছে। পাছৰ তিনিজনৰ এজনৰ কান্ধত ৰাইফল। এজনে হাতত লৈছে এডাল লাঠি। গছৰ দাল। আনজনৰ হাতৰটো এয়াৰ গান যেন দেখি। ধৰিবলৈ অসুবিধা। নমনি।

বাটৰ দাঁতিতে তভক মাৰি থিয় দি ওচৰৰ হাবিখনলৈ চালোঁ। ইয়াৰেপৰা যদি দৌৰ মাৰি হাবিত সোমাই দিওঁ—

কি হৈছে? পাছৰজনে বিৰক্তিৰে প্ৰশ্ন কৰিলে।

পিচাপ কৰিবলে'। শান্তভাৱে পতিয়ন নিয়াবলৈ কলোঁ যে প্ৰসাৱ কৰিবলৈহে থিয় দিছোঁ। অনুভৱ কৰিলোঁ মোৰ মাতটো অস্বাভাৱিক হৈ নাকেৰে ওলাইছে। এটা কঁপনি মিহলি মাতটোত। দীঘলকৈ উশাহ এটা লৈ বুকুৰ কঁপনিটো মাৰ নিয়াব খুজিলোঁ। মনত সাহস গোটালোঁ। মই দৌৰ মাৰি হাবিত লুকালে দলটোত

এটা বিশৃংখলাৰ সৃষ্টি হব। মোক বিচাৰিবলৈ খদম্‌দম লাগোতেই যদি বাকীবোৰেও পলাবলৈ যত্ন কৰে—আমাৰ দলটো ছেদেলি-ভেদেলি হৈ যাব। সিহঁতে বিচাৰি হয়তো উলিয়াব, দুই এজন গুলীৰ আঘাতত মৰিবও পাৰে, কিন্তু আত্মসমৰ্পণ কৰি নীৰৱে সিহঁতৰ আদেশ মানি অনিৰ্দিষ্ট ঠাইলৈ আগবঢ়াৰ এটা ব্যতিক্ৰম হব। শেষ মুহূৰ্ততো আমি নিস্তাৰৰ উপায় বিচৰাটোৰ প্ৰমাণ হব। কেৱাহিকৈ চাই দেখিলোঁ আগৰ দলটো ভালেখিনি আগবাঢ়িছে। বৈ আছোঁ আমি চাৰিজন। সিহঁতৰ তিনিজন আৰু মই।

হৈ ছে? ওচৰজনে সুধিলে।

কি? সকলো পাহৰি মই সুধি পেলালোঁ। কিন্তু তৎক্ষণাতে মোৰ মনত পৰিল মই থিয় দি থকাৰ কাৰণ।

বিড়ী এটা দিব সাথী? খাটিৰ লগোৱাৰ সুৰত মই কলোঁ।

কি? পিচাপ নকৰিব? দুতা মাতেৰে প্ৰশ্ন কৰি সি মোক থেলা মাৰি দিলে—আগবাঢ়িবলৈ। ইতিমধ্যে বাকী দুজনে তাক কিবা এটা কৈ আগবাঢ়িছে। দলটো আগবাঢ়ি গৈ পাহাৰৰ কেকুৰি এটাৰ আঁৰ হব ধৰিছে। আমি দুজন মাথোন থিয় দি আছোঁ।

শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি তাক ডিঙিত চেপা মাৰি ধৰাৰ সিদ্ধান্ত এটা তৎ মুহূৰ্তে ললোঁ। দলটো আৰু অলপ আগবঢ়ালৈ কেনেকৈ বাট চোৱা যায় ভাবিলোঁ—একো যে উপায় নাই। নাই—পলম কৰিব নোৱাৰি। হাতদুখন এবাৰ মুঠি মাৰি পুনৰ খুলিলোঁ। ভাব হ'ল—পাৰিম। গতিকে—গতিকে শুভস্য—তাৰ মুখামুখী হৈ তীব্ৰ চাৱনীৰে তালৈ চাই এখোজ আগবাঢ়িব খুজিছোঁ—লগে লগে হাত দুখন সমান্তৰালভাৱে আগবাঢ়িছে তাৰ টেঁটুত ধৰিবলৈ—। এনেতে—

আগৰ দলটোৰ এটা কুকুলি শুনা গ'ল। ইমান সময় সি মোক কিয় একো কোৱা নাছিল জানো! সিও সম্বিৎ পোৱাদি কুকুলি এটা



মাৰি ৰাইফেলটোৰ কুণ্ডাৰে মোক জোৰে থেলি দি ঢেৰেকনি মৰাদি কলে—ডবল্ আপ্! ডবল্ আপ্।

দুজন হ'মগৰ্ড দৌৱা দৌৰিকৈ আমাৰ ওচৰলৈ আহিল। ইজনক সিহঁত দুজনে কিবা সুধিলে। । মোলৈ আঙুলি জোকাৰি ইজনে উত্তৰ দিলে। মই একো বুজি নাপালোঁ। সিহঁত দুজনৰ এজনে চোচা মাৰি আহি মোৰ বুকুৰ ওপৰত ইউনিফৰ্মটোত খামোচ মাৰি ধৰি আগলৈ টানিলে। আন এজনে ঢকা মাৰি দি কলে,—দকাবাচ্।

কি দগাবাজ? মই আকৌ থিয় দিলোঁ।

পিচাপ কৰিব বুলি মিছামিছি খাৱা হৈ থাকিছে কি নিমিত্তে?

মই—

হে—ই হাল্লা নকৰিবি আপদীয়া নিচিনা। হাৰি কেনে চৰম পাইছে না?

চৰম এইবাৰহে পালোঁ। ইউনিফৰ্মত ধৰি টানি নিয়াতো লাজ পোৱা নাছিলোঁ; কিন্তু মোক পহৰা দি থকা হ'মগাৰ্ডজনৰ কথাত মোৰ চকু চলচলীয়া হ'ল।

তেতিয়া বোধহয় নমান বাজিছে। প্ৰচণ্ডভাৱে সজ্জৰ্ষ চলিছিল আমাৰ আৰু বিদ্ৰোহীদলৰ মাজত। সিহঁতৰ দক্ষিণফালৰপৰা আক্ৰমণ চলোৱা দলটো আমাৰ পেৰিমিটাৰৰপৰা প্ৰায় কুৰি গজমান মাত্ৰ দূৰত। জোপোহাৰ আঁৰ লৈ সিহঁতে তীব্ৰ আক্ৰমণ চলাইছে আমাৰ ওপৰত। কুৰি গজৰ দূৰত্ব গুলী চলাবলৈ তেনেই ওচৰ। সেই দলটোৱে ৰাইফল আৰু টমিগানহে চলাইছে। এল. এম. জি. নাই। এল. এম. জি. থকাহলে ইমান সময়ে দক্ষিণফালৰ পেৰিমিটাৰ ভাঙি বাগৰি পৰিলহেঁতেন। চেন্ট্ৰি পোষ্টত আমাৰ দুটা এল. এম. জি. আছে। সিহঁতে বিপৰীতপক্ষক তীব্ৰভাৱে ভেটা দিছে লাইট মেচিনগানেৰে। চেন্ট্ৰি পোষ্টৰ পিনেদি বিদ্ৰোহীদলে সম্ভৱতঃ সুবিধা কৰিব নোৱাৰিব, কাৰণ তুলনামূলকভাৱে সেই ফালতো মুকলি। পাহাৰ নাইবা গছ,

জোপোহা বন আদি বৰকৈ নাই। থকাখিনিও সেৰেঙা হৈ অ'ত ত'ত আছে। সিহঁতে বোধহয় চেন্ট্ৰি পোষ্টৰ দুটা এল. এম. জিকে ব্যস্ত কৰি ৰাখিব খুজিছে আনফালে, যাতে দক্ষিণফালৰ আক্ৰমণকাৰী দলৰ হাতত মেছিনগান নাই বুলি গুৰুত্ব কমাই দিয়ে—বেটেলিয়ন দলে। কিন্তু আমি গুৰুত্ব কমাই দিয়া নাই কোনো দিশতে। আক্ৰমণ আৰু প্ৰতি আক্ৰমণ সমানে চলি আছে। চে'ট অন্ কৰি বৈ আছোঁ। পশ্চাদবাহিনী পোৱাহি নাই বুলি কোহিমাক জনোৱাত বিমোৰত পৰিছে। চেমিনিউ কেম্পে অভয় দিছে।—হতাশ নহবা, পশ্চাদবাহিনী জৰুৰ পাবগৈ। আগবাঢ়ি অহা দলটোৱে আমালৈ একো মেচেজ দিয়া নাই। সিহঁতৰ চি. অ'ই একো নকলে। বোধ হয় পশ্চাদবাহিনী বাটতে অৱৰুদ্ধ হৈ থকা বুলি আমি জানিব পাৰিলে হতাশ হম বুলিয়েই কোনেও একো কোৱা নাই সেই বিষয়ে।

হেড্ কোৱাৰ্টাৰে আগতেই নিৰ্দেশ দি থৈছে—সজ্ঘৰ্ষৰ সন্মুখীন হলেই চে'ট অন কৰি অৱস্থা জনাই থাকিবলৈ। মেচেজ এটা দিওঁ বুলি আৰম্ভ কৰিলোঁ—চাৰিওফালৰপৰা বিদ্ৰোহীদলে চলোৱা আক্ৰমণৰ ৰূপ ভয়ঙ্কৰ .....

বাক্যটো শেষ নহ'ল। লাইট মেছিনগানৰ ব্লাষ্ট এটা আহি ওৱাৰলেছ চে'টটোত সশব্দে খুন্দা মাৰিলেহি। পেট পেলাই থকা অৱস্থাতে ভালেখিনি চুচৰি পিছুৱাই আহিলোঁ। চে'টটোত অলপ সময় এটা ঘৰ্ঘৰনি শব্দ হ'ল। লেমটো বাগৰি পৰিল। এচমকা ধোৱাই চিমনীটোৰ ওপৰ অংশ ক'লা কৰি পেলালে। শিখাটোৱে ঢপ্ ঢপাই থাকোতে দাঙি বহুৱাই দিলোঁ, জ্বলি আছে। পোহৰ আৰু কমিল।

বিৰাট সমস্যাৰ সন্মুখীন এতিয়াহে হলোঁ। ওৱাৰলেছ চে'টটো নষ্ট হোৱা মানে আমি সকলো ফালৰেপৰা বিচ্ছিন্ন হৈ পৰা। খবৰ দিবও নোৱাৰোঁ, লবও নোৱাৰোঁ। চে'টটোৰ কি অৱস্থা হৈছে চাবও



নোৱাৰি। ৰাতি লেমৰ পোহৰতো নোৱাৰিয়েই দিনতো যে ভাল কৰিব পৰা হব—আশা কম। মেৰামত কৰাৰ আহিলা-পাতি একো নাই। সাধাৰণতে এইবোৰ চে'ট বেয়া নহয়।

আমাৰ ট্ৰেন্সত কোনোবাই উছুপি কান্দিছে। সিটো মূৰত। প্লেটুন কমাণ্ডাৰ দৌৰি আহি কলে,—বে'ছ কেম্প!

আহত স্বৰে কলোঁ—চে'ট ডেমেজ হোৱাৰ কথা।

আৰ্তস্বৰে জমাদাৰে কলে—আঃ ভগ্‌বান! কেপ্‌চাৰ হো গিয়া!

জমাদাৰৰ মুখলৈ চালোঁ। বিমৰ্ষ মুখখন বিবৰ্ণ হৈ গৈছে।

অলপ আগতে গুলীয়াগুলী বন্ধ হৈছে। নিতাল মাৰিছিল চাতাখা আউট পোষ্ট। কিন্তু খন্তেকৰবাবে। সেই নিস্তব্ধতা আছিল আমাৰ ভাগ্য বিপৰ্যয় আগবাঢ়ি অহাৰ জাননী।

উত্তৰ-পশ্চিম কোণত সিহঁতে আমাৰ পেৰিমিটাৰ ভাঙি দিছে। ইয়াৰ পিছত বাহিৰৰপৰা গুলী চলোৱাৰ আৱশ্যক নাই। চেন্ট্ৰি পোষ্টৰ এটা এল. এম. জি. আৰু ট্ৰেন্সৰ এটা এল. এম. জি. সেই ঠাইত পাতি সিহঁতৰ অগ্ৰগতি ৰোধ কৰিবলৈ জমাদাৰে প্লেন কৰিছে। আমাৰ বুলেট আদি প্ৰায় শেষ। ফায়াৰিং ৰেঞ্জৰ ভিতৰত পাই ইমান সময়ে গুলী নচলালে সিহঁতে আমাক পৰাজিত কৰিবলৈ নথলে-হেতেন।

দুয়োটা এল. এম, জি. একেলগে গৰজি উঠিল। সিহঁতে এটা গুলীও এৰা নাই। আকৌ নিস্তব্ধতা। বাহিৰত হুইছেলৰ শব্দ।

নগা হ'মগাৰ্ড এজাক কিবিলি মাৰি সোমাই আহিল আমাৰ ট্ৰেন্সৰ ভিতৰলৈ। আহিয়েই সিহঁতে আৰম্ভ কৰিলে আমাৰ জোৱান-হঁতক বাহিৰলৈ উলিয়াই নিবলৈ।

ট্ৰেন্সৰ চোতালৰপৰা পুনৰ হুইছেলৰ সঙ্কেত। মানে, সকলো-বোৰে বাহিৰত গৈ শাৰী পাতিব লাগে। ভিতৰত এটা গুণ্ গুণনি। হিন্দী আৰু অসমীয়া—দুয়োটাৰে মিহলি।

এঃ নকৰিবি তেনেকুৰা।

কেলেইত চৰম—না?

হে-ই সব আ যা—মৈদান মে ফলিন কৰ।

হৈ! নাযাবি নেকি?

হুইছেল মাৰিছে হুনা নাই? গুলী লগত কাণ মৰিছে হবলা।

কৈ, চিগাৰেট দিবি তো?

ধেৎ, পাকিটত হাত নিদিবি।

কি হবতো? খুচীমতে কৰিব। কি কৰিবি?

তাকছ আছে কিবা কৰিবলে'?

দীঘলীয়া হুইছেল আকৌ বাজিল। ৰাতিৰ নিঃশব্দতাৰ মাজত তীব্ৰ সেই শব্দ আমাৰ কাণেদি যেন মৰ্মস্থললৈ সোমাই গ'ল। এক অভাৱনীয় সন্ত্ৰাসৰ সৃষ্টি হ'ল আমাৰ মাজত।

প্লেটুন কমাণ্ডাৰ! হোৱেৰ ইজ প্লেটুন কমাণ্ডাৰ! কাম আউট!

প্লেটুন কমাণ্ডাৰ জমাদাৰ নীৰৱে ওলাই গ'ল বাহিৰলৈ। আমি আটাইবোৰেই জমাদাৰৰ ইঙ্গিতমতে ওলাই গৈ শাৰী পাতি থিয় দিলোঁগৈ।

প্ৰিজনাৰছ!

এজন 'অফিচাৰে' হুকি মৰা দি আমাক সম্বোধন কৰি কলে,—আভী হমলোককা চি. অ' চাহাব তুমসে বাত বলেকা'—

সি মিলিটেৰী কায়দাত এক কদম পিছুৱাই গৈ থিয় দি ৰ'ল।

অপাৰেশ্যনৰ চি. অ'—কমাণ্ডিং অফিচাৰ আগবাঢ়ি আহিল। শুৱলা অসমীয়াতে চি. অ'ই আৰম্ভ কৰিলে—তোমালোক অসম পুলিচ বেটেলিয়নৰহে জোৱান। সিটু বাবে অসমীয়াতহে কম দেই? আজি লড়াইত আমি জিকিছোঁ। তোমালক এৰেষ্ট হৈছা। কেলৈই? কোনোবা এজনৰ কান্দোনৰ শব্দ শুনি সেইপিনলৈ চাই তেওঁ প্ৰশ্ন কৰিলে,—কেলেই? কান্দিবলৈ কি আছে? আমি—তুমালোক চৰাবলাক একে মানু' হয়। মন নিমিলিলে ঝগড়া হয়, হাল্লা হয় আৰু চিৰিয়াচ হলে মানে—ইটু—এনেকা—

হাতৰ আঙুলিৰে বন্দুকৰ মুদ্ৰা দি মুখেৰে গুলীৰ শব্দ কৰিলে—টুক! মানে বন্দুক লগত ফয়চলা কৰিব লাগে। আমি তুমালোকৰ বিচাৰ কৰিম। এতিয়া চৰবিলাক হেড্ কোৱাৰ্টাৰলে' যাব লাগিব। ক'ৰ্ট মাৰ্শ্চালত যি হয় মানে হব। আচ্ছা, আমি জলদী কৰিব লাগে যাবলে'।

ক'ত সেই হেড্ কোৱাৰ্টাৰ, কি ৰূপ সেই হেড্কোৱাৰ্টাৰৰ আমি কোনেও একো নাজানো। আমাক পহৰা দি নিবলৈ এদল হ'মগাৰ্ডৰ সৈতে এজন মেজৰক নিৰ্দেশ দি গোনা ম'হটো যোৱাদি কমাণ্ডিং অফিচাৰ তুপৰ নিশাৰ এন্ধাৰত কেনিবা লুকাল।

কিছুদূৰ যোৱাৰ পিছত এটা চাৰি আলিৰ মোৰ পাই আমি ৰৈ দিলোঁ। চাৰি আলিটোৰ এপিনেদি মোক্ক্চাঙলৈ যাব পাৰি, আনপিনে কোহিমালৈ। এফালৰপৰা আমি আহি আছোঁ, বাকী বাটটো সম্ভৱতঃ জুনেবট'লৈ গৈছে।

এজন চিপাহীয়ে আমি কিয় ৰৈছোঁ সুধিলে।

জমাদাৰে কলে যে অফিচাৰৰ সৈতে কথা আছে।

কি কথা? কি কথা থাকিছে?

অফিচাৰকেহে কম।

হোৱাট মেক্ছ ইউ হল্ট? মাৰ্চ! আগফালৰপৰা মেজৰ এজন দপ্দপাই আহিল জমাদাৰৰ ওচৰলৈ।

চাহাব!

আই এম মেজৰ।

জী, মেজৰ চাব্! জমাদাৰে কাতৰভাৱে কলে।

কি কবলৈ আছে অ'? এজন হ'মগাৰ্ডে বিৰক্তিৰে সুধিলে।

আমাক ইয়াৰেপৰা এৰি দিয়ক হুজুৰ! আমি গুচি যাম।

জমাদাৰৰ কথাই মেজৰৰ খঙত ঘিউহে ঢালিলে। ধমকিৰ সুৰত কলে,—ন টক্! মাৰ্চ!

আমাৰ নিঃশব্দ যাত্ৰা পুনৰ আৰম্ভ হ'ল।

ৰাতি বাৰ বাজি পঁচিশ মিনিট। এখন পথাৰত আমি থিয় দিছোঁগৈ। পথাৰখনৰ তিনি পিনে ওখ পাহাৰ। প্ৰায় গাতে লাগি থকাদি আছে। পোহৰ দেখা নাযায়। কিছু দূৰত বাবে মানুহ থকাৰ উমান ধৰিব নোৱাৰি।

হেড্ কুৱাৰ্টাৰ, না? এনেয়ে সোধো নোসোধোকৈ সুধিলোঁ।

হয়। খুভী বস্তী আছে। সি কিয় জানো বৰ সহজতে কলে!

এজন হ'মগাৰ্ড দৌৰা দৌৰিকৈ ঘৰটোৰ পিনে গৈ হাতত লণ্ঠন এটা লৈ আহিল। ইতিমধ্যে আমাক লৈ অহা মেজৰে আমাক বৃত্তাকাৰে থিয় কৰাইছে। আমাৰ পাছত হ'ম গাৰ্ডসকল। সন্মুখত মেজৰ। অলপ পিছতে মেজৰে গহীনকৈ খোজ পেলাই ঘৰটোৰ পিনে আগবাঢ়িল।

ওচৰৰ হাবিৰপৰা চৰাই এটাই কুকলিয়ালে। তাৰে ক্ষীণ প্ৰতিধ্বনি এটা পাহাৰত মিলি গ'ল। দুজন হ'মগাৰ্ডে কিবা কথা পাতি হাঁহিলে। আকাশ নিৰ্মল। নীলা আকাশ। ৰূপালী জোন। সেউজীয়া গছ-গছনিত জোনাক পৰি তিৰ্‌বিৰাই আছে। হয়তো আজিয়েই শেষ-বাৰৰবাৰে আমি পৃথিৱীখন চাবলৈ পাইছোঁ। ৰাতিৰ আকাশ, জোনৰ পোহৰ, নিঃশব্দ প্ৰকৃতি—কবিতা কবিতা লগা দৃশ্যাৱলীৰে আজিয়েই হয়তো শেষ সাক্ষাৎ। হয়তো আজিয়েই শেষবাৰৰ কাৰণে থিয় দিছোঁ আমি সহকৰ্মীসকল একেলগে। কাৰ ভাগ্যত কি আছে কব নোৱাৰোঁ। হয়তো নগা পাহাৰৰ বুকুতে আমাৰ হব অনন্ত শয়ন। কেনেকৈ কি হ'ল অনুমান কৰাৰ বাহিৰে কোনেও একো নাজানিব। মোৰ আধৰুৱা মেচেজটোৰ শেষৰখিনি বৰ্ণনা কৰিবলৈ সুযোগ আৰু নাপাম।

ইতিমধ্যে দুজন হ'মগাৰ্ডে এখন মেজ আৰু চকি এখন আনি



আমাৰ সন্মুখত থৈছেহি। লণ্ঠনটো এজনে ওখকৈ ধৰিলে। অলপ পিছতে 'ফ্ৰি নাগা লেণ্ড'ৰ কমাণ্ডাৰ ইনচীফ্ মেজৰজনৰ সৈতে ঘৰটোৰ-পৰা ওলাই আহিল। ওচৰতে পাছপিনে থিয় দি থকা এজন হ'মগাৰ্ডে লগৰজনক কোৱা শুনিলোঁ—জেনেৰেল অহা বুলি কোৱা। সিহঁত গহীন হৈ থিয় দিলে। লণ্ঠনৰ পোহৰত কমাণ্ডাৰ ইনচীফ্ কাইটো চেমাই আমাৰ প্ৰত্যেকৰে মুখলৈ একোবাৰ গম্ভীৰভাৱে চালে। লেমটো হ'মগাৰ্ডজনে জেনেৰেলে চোৱাৰ পিনে দাঙি দাঙি ধৰিলে। আমাৰ ওপৰত চকু ফুৰাই চীফে কলে,—'ভয়ৰ কাৰণ নাই। আমি তোমালোকক মাৰ্ডাৰ নকৰোঁ'। কথাষাৰ শুনিলোঁহে, কিন্তু ইমান সময় হতবাক হৈ ভয়ে ভয়ে ভাবি থকা কথাবোৰৰ বিপৰীত প্ৰতিক্ৰিয়া অন্ততঃ মোৰ মনত একো হোৱা নাই। মাথোন আমাক অভয় দিয়া মানুহজনৰ—কাইটো চেমাৰ মুখখনলৈ চাই আছোঁ। কি চাইছোঁ বা কিয় চাইছোঁ একো নাজানো।

বিদ্ৰূপৰ হাঁহি এটাৰে চীফে পুনৰ কবলৈ ধৰিলে—ইণ্ডিয়াৰ প্ৰাইম্ মিনিষ্টাৰ আৰু হ'ম মিনিষ্টাৰৰ ষ্টেটমেন্ট্ পঢ়িছোঁ। জবাব দিছোঁ। আমাৰে বন্ধুত্ব বিচাৰে। আমি বোলে একে ইণ্ডিয়ান। আমি ভুল বাটে গৈছোঁ। দে ৱাণ্ট্ ফ্ৰে-ই-ণ্ড শিপ্। নট ব্লাড্। ব্লাড্—খুন কোনে বিচাৰিছে? আমিওতো বিচৰা নাই। আমি ইণ্ডিয়ান ব'ৰ্ডাৰ, আউট পোষ্ট আক্ৰমণ কৰিছোঁ? নেভাৰ! নাই কৰা। আমিভী খুন নিবিচাৰো। লেকিন, ইন আৱাৰ অউন কাণ্ট্ৰি—আমাৰ কাণ্ট্ৰিত আমি ফ'ৰেন চ'লজাৰ থাকিব নিদিম। যাবলৈ কৈছোঁ—যোৱা নাই। আমি বেয়া পাইছোঁ, বচ্ ফায়াৰিং হৈছে। আমাক কণ্ট্ৰল কৰিবলৈ বহুত আৰ্মি আহিছে জানো। কিন্তু ব'ম্বিং কৰি আমাক খতম বনালেভী আমি আমাৰ নাগা লেণ্ড ফ্ৰি কৰিবলৈ কৰা প্লেন চাৰি নিদিম। আমাৰ মানুহ মৰিলে আমি মাফ্ কৰিবলৈ কি? আজি চাতাখা অপাৰেশ্যত আমাৰ মানুহ মৰা নাই। গুড্ নিউজ। আৰু

গুড লাক তোমালোকৰ। মৰিলে, আমাৰ যিমান মানুহ মৰিলে হয়, তোমালোকৰ সিমান মাথা কাটি আমাৰ হেড্‌কোৱাৰ্টাৰৰ ফ্ৰণ্টত ৰাখিলোঁ হয়। এতিয়া তোমালোক আমাৰ প্ৰিজনাৰ। ৱাৰ হলে মানে হবই এনেকুৱা। যদি ফেডাৰেল ক'ৰ্টত তুমি বিলাক মাফ্‌ পোৱা, ইণ্ডিয়াত যাই মানে তোমালোকৰ অফিচাৰবোৰক মই কোৱা বিলাক একদম কৈ দিবা। টেল টু কুইট আৱাৰ টেৰিটৰি। থিক আছে, কাইলৈ তোমালোকৰ বিচাৰ হব। কচুৰ পালে পানিচ্‌ হব। নিয়ম মাফিক আমি কাম কৰিছোঁ। আজিৰপৰা তোমালোক কোৱাৰ্টাৰ গাৰ্ডত থাকিব লাগিব। কমাণ্ডাৰ ইনচীফ্‌ গুচি গ'ল।

মেজৰে ধমকিৰ সুৰত আমাৰ বস্তু-বাহানিবোৰ সিহঁতৰ হাতত চমজাই দিবলৈ হুকুম দিলে।

আমি কোনেও লৰচৰ নকৰা দেখি ওচৰলৈ আহি কলে—চব বস্তু খুলি দিবি। একটা একটা কাপুৰ গাত থাকিব। কুইক্‌!

আমাৰ হাতঘড়ী, ইউনিফৰ্ম সকলোবোৰ সিহঁতে লৈ ললে। কাৰবাৰ পিন্ধনত থাকিল জাঙিয়া আৰু গেঞ্জি আৰু কাৰোবাৰ বা গেঞ্জি আৰু পায়জামা। তাৰ বাহিৰে আন একো বস্তু নাই।

এজন হ'মগাৰ্ডে কেইখিলামান কাগজ আনি মেজৰৰ হাতত দিলে। মেজৰে কলে আমি হেনো কোৱাৰ্টাৰ গাৰ্ডত সোমোৱাৰ আগতে প্ৰত্যেকৰে নাম, ৰেঙ্ক, ঠিকনা আদি দি যাব লাগে।

মজিয়াত ভৰি দিওঁতেই মৰ্‌মৰাই উঠিল। গছৰ শুকান পাত। ভিতৰখন এন্ধাৰ। দুৱাৰ মুখত মম এডাল জ্বলি আছে। মমডালৰ পোহৰে ভিতৰখন পোহৰাব পৰা নাই। সোমাওঁতেই এটা ছা মজিয়াখনত পৰে; আৰু একো চিনি নাপায়। কোনোবা এজনে গোঙোৱা যেন শুনিলোঁ। ভিতৰলৈ আনি অত্যাচাৰ কৰিছে নেকি? একো ধৰিব নোৱাৰি ভয় আৰু সন্দেহৰ মাজেদি সিটো মূৰলৈ



আগবাঢ়িলোঁ। আমি প্ৰত্যেকেই অনুমানতে সোমাই গৈ ঘৰটোৰ এটা মূৰে জমা হলোঁগৈ।

তৰুণে তেতিয়াও বিৰ্‌বিৰাই আছে। মেজৰ আহি ৰোল কল কৰিছে। আমি দি অহা নামবোৰ পঢ়ি গৈছে—আৰু আমি প্ৰত্যেকেই যে উপস্থিত আছোঁ, থিয় দি সঁহাৰি জনাব লাগে।

হাবিলদাৰ তৰুণ চন্দিকুই!

তৰুণ সন্দিকৈয়ে নামাতিলে। বহি থাকিল। মেজৰে আকৌ মাতিলে। সি নীৰৱ।

তৃতীয়বাৰ অশ্লীল শব্দ জোৰাই সি কলে—ইয়াতে আছোঁ।

ডিছিপ্লিন নমনা বুলি মেজৰে তাক ধমকিয়ালে।

ৰোল কলৰ পৰ্ব শেষ কৰি টৰ্চৰ পোহৰত আমাৰ প্ৰত্যেককে একোবাৰ চাই মেজৰ ওলাই গৈ কিবা এটা ইঙ্গিত দিয়াৰ লগে লগে চেণ্ট্ৰিয়ে দুৱাৰখন বন্ধ কৰি দিলে।

পুৱতী নিশা কুকুৰাই ৰাও কাঢ়িছে। হাত ভৰিবোৰ টনটনাইছে। ভাগৰো লাগিছে। অন্ধকাৰৰ মাজত আমি সোমাই আছোঁ। কোনোবা দুজন টোপনি গৈছে। নাকৰ শব্দবোৰে নীৰৱতা ভাঙি দিছে।

মৰ টোপনিয়ে পাইছে তইঁতক। পাবি ৰহ্‌ মৌ জোল খাবলৈ দিম নেকি গোটাচেৰেক খকৰা মুকটি লগাই! তৰুণো বোধ হয় বিৰক্ত হৈছিল।

বাহিৰৰ বৰকাহত চাৰিটাৰ কোব পৰিল।

বৰকাহ কোবাইছে! ইহঁতৰ টেজুৰীও আছে হবলা। কোনোবা এজনে উজাগৰে থকা গৰ্‌গৰীয়া মাতেৰে কলে।

আছে আছে! যাবি নেকি বাপেৰহঁতৰ টেজুৰী লুটি ধন ঘটিবলৈ। তৰুণে খেং খেঙাই উঠিল।

তৰুণ তই খুব ভাল কাম কৰিছ দেই। টাংখুলৰ মাত।

কি ভাল কাম কৰিছে তৰুণ বাপেৰে? তয়ো কম নহয়, নগাহে।

তৰুণৰ খং উঠিলে গুৰু-গোঁসাই নামানে। মুখত যি আহে তাকেতো কয়েই, অশ্লীল কথাবোৰেৰে সানি-পুতকি পেলায়।

তই অথনি কমাণ্ড নামানি কেনে ভাল কাম কৰিছ।

সি মোৰ অপিচাৰ নেকি? হাতত খুকুৰি থাকিলে ঘাপ মাৰি দিলোহেঁতেন; চিনি পোৱা নাই বাপেকক?

মই ভী ৰুল ব্ৰেক কৰিবলে আছিলে।

তই নগাই কি ৰুল ব্ৰেক কৰিবি? আসাম ৰেজিমেণ্টৰ নগা চিপাহী ছুটীত আহি কেনে জঙ্গল পাৰ্টিত জইন কৰিছে। তয়ো যা—। তৰুণে টাংখুলক কলে।

মই নাযাওঁ দেই—তোকেহে পঠাম বঃ।

মোক পঠাবি? চিনি পোৱা নাই? কাটিম চব্বকে পালে মানে!

মাউথ অৰ্গেনটো থাকিলে মানে খুব হাল্লা কৰি বজাবলৈ আছিলে। সিহঁতে কথা পাতিবলৈ মানা কৰিছে—অৰ্গেন বজালে কি হব? কিন্তু লৈ গৈছে সিহঁত। থিক আছে—নিব দিবি! ফিফ্‌টি ৰুপিজ দি ইম্ফল পৰা কিনিছিলো। এইবাৰ একছ টকা দি কিনিম নহয়, বম্বে পৰা মঙাম। টাংখুলৰ কথাত বিষাদ। তাৰ মৰমৰ অৰ্গেনটো সিহঁতে লৈ গৈছে।

অ'ই টাংখুল, তোৰ মাউথ অৰ্গেনটো মই কিনি দিম দে একছ টকা দি কেনে। তৰুণে মৰমৰ সুৰত কলে।

তোৰ খন্‌টো মৰিলে হবলা, বৎমাছ! টাংখুলে হাঁহিলে।

ফলা বাঁহৰ বেৰৰ সুৰুঙাৰে পুৱাৰ বতাহ সোমাই আহিছে। গা সিৰ্ সিৰাইছে। ভৰি মেলি বহাৰপৰা শুকান পাতবোৰৰ ওপৰতে দীঘল দি পৰিলোঁ। কঁকালটো টন্‌টনাই গৈছে। চকু ছুটা পুৰিছে।



কি কৰোঁ কি নকৰোঁ লাগিছে মনটোত। একো ভাবিব পৰা নাই। ভাবিব পৰা নাই। ভাবিবলৈ যেন একোৱে নাই। কথা পাতিবলৈ একো নাই। অনিশ্চিত ভৱিষ্যত এটা আগত লৈ নিশ্চল হৈ পৰি আছোঁ আমি।

মাই হাৰ্ট ক্ৰাইজ ফৰ ইউ! টাংখুলে ইংৰাজী গান এটা গুণ্‌-গুণাইছে। বৰ সৰু সৰুকৈ। প্ৰেমৰ নে প্ৰাৰ্থনাৰ গীত নাজানো। সি অকলে অকলে প্ৰায়ে এই গানটো গুণ্‌গুণায়। ইয়াত প্ৰতিকুল পৰিবেশত আগতেও শুনা গানটো শুনি মনটো ভাল লাগিল। সি উখৰুলৰ নগা ডেকা। হাঁহিমুৱা টাংখুলে সদায় হাঁহিয়ে থাকে। মন মৰা বা বিমৰ্ষ হোৱা দেখা নাই। অহা বৰদিনত বিয়া পাতিছে। ছোৱালী জনী—সিহঁতৰ বস্তীৰে—ইম্ফলত পঢ়ে। পছন্দ কৰিছে। তায়ো পছন্দ কৰিছে তাক। তিনি বছৰ হ'ল। তাৰ চুটকেছত ফটো এখন আছে। ষ্টীল ফ্ৰেমত বন্ধোৱা। এদিন মনে মনে সি চাই থাকোতে মই ওলাইছিলোঁগৈ তাৰ ওচৰত। সি লাজ লাজকৈ ফটোখন দেখুৱাইছিল। উখৰুলত যদি তেতিয়ালৈ অশান্তিয়ে শাম কাটে আৰু সি ছুটী পায় তেতিয়া হলে বিয়া পাতিবই। যদি ভিলেজ চাৰ্চত অসুবিধা হয় বিদ্ৰোহী নগাৰ উৎপাতৰ বাবে, তেনেহলে ইম্ফলতহে পাতিব লাগিব হেনো।

কি জানি কি হয়! সি কথাটো পাতলাবলৈ উদাস সুৰে কৈছিল।

হৈ যাব। চিন্তা নাই। মই কৈছিলোঁ। সি হাঁহি হাঁহি সুধিছিল—ছোৱালীজনী মই কেনে দেখিছোঁ।

দুৱাৰখন মেল খোৱাত বাহিৰৰ এচমকা দেখা পালোঁ। ৰ'দ ওলাইছে বাহিৰত। মেজৰ সোমাই আহিল। লগত এজন হ'মগাৰ্ড।

কুত্তাৰ বাচ্চাক মই বিড়ি খুজিম বাপেকে। তৰুণে কলে।

ৰাতি কিবা দিগদাৰী পাইছিলেঁ৷ নেকি মেজৰে সুধিলে।

ৰাতি ঠাণ্ডা বুলি এজনে কলে। কম্বল দিব লাগে বুলিও কলে।

মেজৰে কলে, একুৰা জুই ধৰি দিব বাতি হলে। কম্বল দিব নোৱাৰে।

লঙ্কাদাহন হব, ভালহে। তৰুণে তপৰাই কলে।

কি কৈছে ?

নাই, মানে বিড়ি-চিগ্রেট দিব লাগে। আমি সদায় খোৱা মানুহ।

আৰু ?

এতিয়া চাহ লাগে চাহাব।

চাঃ, চিগ্রেট ? আৎছা ! ইণ্ডিয়ান প্রিন্স হয় না ?

এক্কু দিয়া নহব। ব্যঙ্গৰ সুৰত মেজৰে কলে।

আপুনিহে সুধিছিল দিক্‌দাৰীৰ কথা।

আলহী মানু নহয় দেই তুমিবিলাক। মেজৰৰ চিগাৰেটৰ ধোৱাবোৰ আমাৰ ঘৰটোত উৰি উৰি বিয়পি পৰিল।

অলপ সময় বৈ মেজৰে কলে যে আমি দুবেলা দুসাজ ভাত পাম। লগত মাংস। পানী মহঙা বাবে দুজনৰ মাজত আধা মগ পানী। আৰু একো দিয়া নহব। মিছামিছি আমনি কৰি যেন আমি নাথাকো ভেওঁলোকক।

দুৱাৰ জপাবলৈ নির্দেশ দি মেজৰ ওলাই গ'ল।

জমাদাৰৰ মুখখন দুৱাৰ মেলোতে সোমোৱা পোহৰত চকামকাকৈ দেখিলোঁ। গালত হাত দি বহি আছে।

কোহিমা জেলত এজন নগা মানুহ দেখিছিলোঁ। ভিতৰুৱা বস্তীৰ। বিদ্রোহী নগাৰে যোগাযোগ ৰখা বুলি সন্দেহ কৰি জেলত থৈছিল আনি। তেনেই সাধাৰণ চেহেৰাৰ আদহীয়া মানুহজনক দেখা কৰিবলৈ ঘৈণীয়েক আহিছিল এদিন। কিনকিনীয়া বৰষুণত তিতি অহা মানুহজনীৰ কাপোৰবোৰ গোন্ধাইছিল। লগত অনা সৰু



ছোৱালীজনীৰ চুটি চুটি চুলিবোৰৰ মাজেদি বৰষুণৰ পানী বৈ গাল-মুখ তিয়াই দিছিল। ৱাৰ্ডাৰ এজনে ভিতৰৰপৰা নগাজনক অফিচলৈ আনি ঘৈণীয়েকৰ আগত হাজিৰ কৰাত মানুহজনে এবাৰ ঘৈণীয়েকলৈ চাই তলমূৰ কৰি ৰৈছিল। ঘৈণীয়েকে মজিয়াৰ মাটিতে বহি লগত অনা দুটা টোপোলা উলিয়াইছিল। ৱাৰ্ডাৰে শুকান পাতৰ টোপোলা দুটাৰ গাথি টান মাৰি খুলি মেলি চাইছিল। কেইটামান শুকান মাছ। জেইলত সেইবোৰ দিয়া নিষেধ বাবে মজিয়াখনৰ এমূৰলৈ সি দলি মাৰি পেলাই দিছিল। ঘৈণীয়েকৰ মুখামুখিকৈ সি বহাৰ লগে লগে ছোৱালীজনীয়ে বাপেকৰ কোলাত দৌৰ মাৰি গৈ 'আপু-উ' বুলি বহিছিল গৈ।

কথা নাপাত কেলেই ? এচিষ্টেণ্ট জেইলৰ ভৰালীয়ে কিবা লিখি থকাৰপৰা কৈছিল।

লগত অহা দোভাষীজনেও কথা কবলৈ কৈছিল।

মানুহজনীৰ বোধহয় কি কওঁ নকওঁ লাগিছিল। মানুহজনৰ মুখলৈ অলপ সময় চাই কিবা এটা কওঁ নকওঁ কৈ বিমর্ষভাৱে গিৰিয়েকলৈ চাই ৰ'ল।

পানী খেতি কৰিবলৈ পথাৰলৈ যাব পৰা নাই। দোভাষীয়ে অফিচাৰে বুজিব পৰাকৈ ভাঙি দিলে।

ছোৱালীজনীয়ে বাপেকৰ ডিঙিত সাবট মাৰি ধৰি অচিনাকি মানুহবোৰৰ মুখলৈ চাই শেষত টক্ টক্ শব্দ কৰি চলি থকা ৱাল ক্লকটোলৈ ৰ লাগি চাই আছিল।

ইমান কষ্ট কৰি কেলেই আহিব লাগিছিল ! গিৰিয়েকে অৱশেষত সুধিলে।

ছোৱালীজনীয়ে বাপেকলৈ মনত পেলাই কান্দি থাকে হেনো। ঘৈণীয়েকে কলে।

গহীন হৈ থকা মানুহজনে কোলাত উঠি থকা ছোৱালীজনীলৈ

এবাৰ চালে। তাই তেতিয়াও ঘড়ীটোলৈ চাই আছে। স্পষ্টভাৱে তাৰ চকুহাল চলচলীয়া হৈ পৰিল। ঘৈণীয়েকে চকুপানী মচি কলে—

আৰু কিমান দিন থাকিব লাগিব ?

সি নীৰৱ।

কি মিছামিছি এইবোৰত সোমাব লাগে। খেতি-বাতি কৰি খাই-বৈ থাকিব লাগে। সিহঁতৰ লগত কাম কৰা নাই, সিহঁতক মদৎ কৰা নাই কিন্তু চৰকাৰে বিশ্বাস নকৰে।

চৰকাৰে বিশ্বাস নকৰিবলৈ প্ৰমাণ নাই। বিশ্বাস কৰিবলৈকো প্ৰমাণ নাই। সন্দেহ কৰি এৰেষ্ট কৰা কয়েদী। মানুহজনীয়ে ইমান কথা বুজি নাপায়।

কথা-বতৰা নপতা নীৰৱ সাক্ষাতত বোধহয় হাবিলদাৰ বিৰক্ত হৈছিল। সি এচিষ্টেণ্ট্ জেইলাৰলৈ চালে।

আচ্ছা, এতিয়া যাবি। সি কলে।

মানুহজনী থিয় দিলে যাবলৈ। ছোৱালীজনীয়ে বাপেকক এৰি নাযায় কোনো পধ্যে। তাই বাপেকৰ ডিঙিত সাৱট মাৰি ধৰি কান্দিবলৈ ধৰিলে।

ৱাৰ্ডাৰৰ ধমকিত ছোৱালীজনী সভয়ে নামি আহিছিল বাপেকৰ কোলাৰপৰা।

সি নীৰৱে জেলৰ ভিতৰ সোমাই গৈছিল।

জমাদাৰৰ সৰু ছোৱালীজনীৰ অসম-বাণীত ফটো ওলাইছিল। বৃত্তি পৰীক্ষাত বৃত্তি পোৱা বুলি। মোমায়েকে পঠাইছিল হেনো। জমাদাৰে লৰা-ছোৱালী কেইটাৰ পঢ়াৰ সুবিধাৰ বাবে ইয়াত নাৰাখি ঘৰত ৰাখিছে। পৰিবাৰ আহি কিছুদিন থাকি গলেও অসুবিধা নহয়। ঘৰত আইতাকে চম্ভালিব পাৰে সিহঁতক। ফটোখন ওলোৱাত মানুহজনৰ কি যে আনন্দ! কোৱাৰ্টাৰৰ বাৰাণ্ডাত বহি



অকলে ফটোখনলৈ চাই আছিল। অৱশ্যে ফটো ওলোৱাৰ খবৰটো দিছিল আমাৰ অ'. চিয়ে। তেওঁ ছোৱালীজনী কেহিমাত দেখিছিল। জমাদাৰে অবিশ্বাস কৰি কৈছিল,—এস, আমাৰ ল'ৰা-ছোৱালীৰ ক'ত ফটোৰ ওলাব হয়নে ?

নহয়, চক আপুনি। বন্তিক মই দেখা নাই নেকি ?

তথাপি তেওঁ চোৱা নাছিল—ধেমালি কৰা বুলি। ঘৰত মানুহজন বৰ ভদ্ৰ। কিন্তু ডিউটিৰ বেলিকা তগৰ বগৰ কৰিলে বৰ খং কৰে। সৰু মাতটোৰে ধমকি দিলে জোৱানহঁতে সুবিধা বুজি মিচিকি হাঁহে। কিন্তু মানুহজন প্ৰকৃততে ভাল বাবে সমীহো কৰে। হেড্ কোৱাৰ্টাৰত ভাল মানুহ হিচাপে জমাদাৰ চাহাবৰ সুনাম আছে। ঘৈণীয়েক গৰাকীও বৰ সাদৰী। আচাৰ-ব্যৱহাৰ জনা। এদিন আমি জোৰকৈ জমাদাৰ চাহাবক ৰম খুৱালো। তেওঁ নাখায়। ঘৰত খং কৰিব বুলি।

বেটেলিয়নৰ জমাদাৰ চাহাবেও তিৰোতাজনীক ভয় কৰে নে? অ'.চিয়ে উচটাই দিলে।

নহয়, মানুহজনী বৰ হোজা। বেয়া পোৱাটো বেয়া পাবই!

ইমান হোজা ছোৱালীজনীনো কিয় বিয়া কৰাব লাগিছিল বাৰু ?

মানুহজন লাজত ৰঙা পৰিছিল। আমি বৰ আমোদ পাইছিলোঁ তেওঁক কথাৰে জব্দ কৰা বাবে।

পচন্দ ময়ে কৰিছিলোঁ বুজিছে—।

পীৰিতি আছিল নেকি, সঁচাকে কওকচোন বাৰু !

কথাটো হেনো হয়। ওচৰ গাঁৱৰে ছোৱালী, দেখনে-শুৱনে চকুত লগা। পথাৰৰ বোৱা-তোলা, তাঁত সূতত পাৰ্গত বুলি গাঁওখনত নাম আছিল। ওচৰ গাঁৱৰ বুলিয়ে সাধাৰণ চিনাকি আছিল। বাটে-ঘাটে লগ পায়, কথা-বতৰা পাতে। বৰ বেছি কথা পাতিবলৈ সুযোগ নাই, আনহাতে ল'ৰাৰ লাজ যি হে! লগ পালে হেনো কি কওঁ কি

সোধো লাগে। ফলত একো কথাই পতা নহয়। এবাৰ কিবা সূত্ৰে একেলগে কিছুদূৰৰপৰা দুয়ো একেলগে আহিবলগীয়া হ'ল। লাজ-চাজ কাটি কৰি বিয়া কৰাবলৈ মন থকাৰ কথাটো ডেকাই গাভৰুক জনালে। গাভৰুৱে পোনতে একো নামাতিলে। বেয়া পালে নেকি সোধাত নাই পোৱা বুলিলতহে ডেকাই মনত শান্তি পালে। সম্বন্ধীয় পেহীয়েক এগৰাকীয়ে দিয়া প্ৰস্তাৱত—ঈশ্বৰৰ কৃপাত ছোৱালীঘৰ সহজে মান্তি হ'ল আৰু এদিন বিয়া পাতি পেলালে। বিয়াৰ পিছত এবছৰমান মৌজাদাৰৰ মহৰী কৰি আমনি লগাত—

দুৱাৰখন আকৌ এবাৰ মেলি এজন হ'মগাৰ্ড আহিল ভিতৰলৈ।

মেৰঘৰৰ দুৱাৰ মেলিছ কেলেই? কোনোবা এজনে মাত লগালে।

কি কৈছে?

আমাৰ গাত ব'দ-বতাহ লাগিব নহয়!

নহয়, কাউৰী কোৱাই থপিয়াই নিব ক'ৰবাত।

কি জানি কি কৈছে তুমিখান!

তোৰ মূৰটো চিঙি তেজ পিবলৈ মন গৈছে অ'ই সাথী।

একু বুজা নাই দেই। আচ্ছা, হাল্লা নকৰিবি। শুনিবি—

কাৰ মূৰটো শুনিব লাগে?

ৰাতিপুৱা চাহ খুজি নিৰাশ হোৱাৰ খংটো ডেকাহঁতৰ মনৰপৰা যোৱাই নাই। সিহঁতে পাহৰি পেলাইছে যে সিহঁতৰ খং-অভিমানৰ অধিকাৰৰ দাবী ইয়াত নবজে।

সি কলে হেনো কমাণ্ডাৰ ইনচীফ্ কোৱাৰ্টাৰ গাৰ্ড পৰিদৰ্শন কৰিবলৈ অলপ পিছতে আহিব।

আমি কি কৰিব লাগে?

থিক আছে সাথী। জমাদাৰে মাত লগালে।

আচ্ছা—। সি ওলাই গ'ল।



তোমালোকে শুনাচোন, কমাণ্ডাৰ আহিলে কিবা সোধে যদি মই উত্তৰ দিম। সি আহি পোৱাৰ লগে লগে আমি থিয় দিম।

নাই হুজুৰ, কি চালাম তালাম দিবলৈ আছে! এজনে প্ৰতিবাদ কৰিলে।

নহয়, সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব লাগিব। সিহঁতেৰে বিৰোধ কৰা এই সময়ত উচিত নহয়। যদি এনেকৈয়ে আমাৰ কাম হাচিল হয়, কিনো বেয়াটো হব? যদি বিনা কচুৰে খালাচ দিয়ে। ৰখা দিন কেইটাত আমাৰ প্ৰয়োজনীয় বস্তুবোৰ দিয়ে যদি ভালেই নহয় জানো?

আমি জমাদাৰৰ কথামতে শাৰী পাতি বহি ৰলোঁ—কমাণ্ডাৰ ইন্-চীফ্ কাইটো চেমাৰ আগমনৰ প্ৰতীক্ষাত।

চীফ সোমাই অহাৰ লগে লগে আমি সম্বৰ্ধনা জনালোঁ। লাজমান কাটি কৰি থৈ গিৰিপ্ কৰে থিয় দিলোঁ। ভিতৰখন এন্ধাৰ। বাহিৰত পোহৰ আৰু দুৱাৰখন মেলি থোৱা বাবে ভিতৰতো এটা পোহৰৰ ৰেশ সোমাইছেহি। চীফে আমালৈ এবাৰ চালে। লগত অহা অফিচাৰজনেও এবাৰ চকু ফুৰালে। কোন বা কি জানিবলৈ আমি উৎসাহ দেখুওৱা নাই। নীৰৱে থিয় দি আছোঁ। মাথোন থিয় দিছোঁ—প্ৰকৃততে সম্ভ্ৰম বা সন্ত্ৰস্ততাৰ একোটি নাই।

হাতত লৈ অহা শকত বহী এখনৰ দৰে কিবা এটা ওপৰলৈ দাঙি ধৰি চীফে সুধিলে—এইটো কাৰ হয়?

বস্তুটো কি আমি ধৰিব পৰা নাই। পকা বন্ধা বহী আমাৰ বহুতৰে থাকিব পাৰে। ট্ৰাঙ্কত আছিল। সিহঁতে লৈ গৈছে। কাৰ বহী, কোনে কি লিখিছে বা সেইখন বহী নে কি কব নোৱাৰি চীফৰ হাতৰ পিনে চাই ৰলোঁ।

পোহৰৰ পিনে হেলনীয়াকৈ ধৰি চীফে পুনৰ সুধিলে—কাৰ এলবাম হয়?

এলবাম? এলবাম এটা মোৰো আছিল। আৰু বা কাৰ আছিল কব নোৱাৰোঁ। দূৰৈৰপৰা ভালকৈ চাই দেখো মোৰটোৱেই।

মোৰ হয়। মই থিয় দি থকাৰেপৰা কলোঁ।

আঙুলী এটাৰে চীফে মোক ওচৰলৈ মাতিলে।

এলবামটোৰ পাতবোৰ এটা এটাকৈ লুটিয়াই সুধিলে, আপুনি ইণ্ডিয়াৰ বহুতো ঠাই ফুৰিছে নহয় নে?

হয় বুলি কলোঁ। এলবামটোত থকা সৰহ ভাগ ছবিয়েই অসমৰ বাহিৰৰ। এবাৰ ফুৰিবলৈ গৈ অ'ত ত'ত তোলা ফটো। কোহিমাৰ বিভিন্ন ফটোও তাত অৱশ্যে আছে।

ৱাৰ্ড লেক আৰু গল্‌ফ্‌ লিঙ্কৰ ফটো থকা পাতখিলা ওলালত সুধিলে,—আপুনি শ্বিলঙত বহুদিন আছিলে?

প্ৰায় দুবছৰ।

নগা পাহাৰ কেনে লাগিছে? ইজন অফিচাৰে সুধিলে।

আছোঁ আৰু।

প্ৰেজেণ্ট্‌লি?

ডিউটি বাউণ্ড চাৰ! মই অনিচ্ছাৰে হাঁহিব খুজি কলোঁ।

এলবামত আপোনাৰ গাৰ্ল ফ্ৰেইণ্ডৰ ফটো নাই দেখোন? চীফে হাঁহি সুধিলে।

কোহিমাৰ ছোৱালীৰ ফটোও নাই। ইজনে যোগ দিলে।

এটাইবোৰেই মোৰ ফ্ৰেইণ্ড।

আপোনালোকৰ সব মানুহ সেইদৰে ভাবে নে? তপৰাই ইজনে প্ৰশ্ন কৰিলে।

হয়তো ভাবিব পাৰে। প্ৰশ্নটো এৰাই যাবলৈ মই চেষ্টা কৰিলোঁ। কথাবোৰ গহীন বিধত পৰিবগৈ দেখিছোঁ।

তেনেহলে বন্দুক এইম কৰি বন্ধু মানুহে বন্ধু মানুহক মাৰে কেলেই? জেনেৰেলৰ হাঁহিব খোজা মুখখন ইতিমধ্যে গহীন হৈছে।



সেই প্ৰশ্নৰ উত্তৰ মই দিব নোৱাৰোঁ।

হোৱাই?

মই এজন তেনেই তল খাপৰ চাকৰিয়াল। অথৰিটিৰ যি হুকুম তাকেহে মানি চলিছোঁ। গতিকে সেইবোৰ কথাৰ উত্তৰ মই দিওঁ কেনেকৈ? আশাকৰোঁ আপোনালোকে বুজিব পাৰিছে।

পাৰ্চনেলি আপুনি কি ভাবে?

আমাৰদৰে সাধাৰণ মানুহৰ ধাৰণা এই ক্ষেত্ৰত অপ্ৰয়োজনীয় বুলি ভাবোঁ।

চাপ'জ, আপুনি প্ৰাইম মিনিষ্টাৰ অব ইণ্ডিয়া—

এক্স্‌কিউজ মি চাৰ, মোৰ ইমান ডাঙৰ কথা ভাবিবৰ সাধ্য নাই।

আপুনি কব পাৰে, কিন্তু কব খোজা নাই।

নজনা কথা সাজি কৈ লাভ নাই।

হেভ এ স্মক্‌। ইজন অফিচাৰে এটা চিগাৰেট জ্বলাই লৈ মোকো যাচিলে।

মই নাখাওঁ বুলি কলোঁ।

নাখায়? জেনেৰেলে যেন মোক চিগাৰেট খোৱা দেখিছেহে।

খাওঁ। কিন্তু মোৰ লগৰীয়াবোৰক এৰি খাবলৈ মন যোৱা নাই।

আপুনি ৱাৰ ষ্টৰী পঢ়িছে? জেনেৰেলে সুধিলে।

দুখনমান।

কি কি?

নাম কেইটা কলোঁ।

গুড্‌। ইজন অফিচাৰে শলাগিলে।

এইবোৰ কথা পাতি মোৰ ভাল লগা নাই। আমাক বিচাৰ কৰাৰ কথা আছিল। যদি নিতান্তই কৰেই সেই বিষয়ে দেখোন একোটি উলিওৱা নাই। কথাৰ মূৰত কথা মাথোন কৈ গৈছোঁ।

আচ্ছা, ৱাৰ প্ৰিজনাৰবোৰে ক'ৰবাত আৰাম পোৱাৰ কথা আপুনি

পঢ়িছে নে? আজি হেনো আপোনালোকৰ দুই এজনে আমাৰ অফিচাৰ মৰ্নিং ইন্স্পেকশ্যনত আহোঁতে চাহ চিগ্রেট বিচাৰিছে। অন প্ৰিন্সিপ্‌ল্ সেইবোৰ আমি নিদিওঁ।

মই কথা এবাৰ সুধিব খোজোঁ। চীফৰ বিৰক্ত মুখলৈ চাই কলোঁ।

ৱাৰ প্ৰিজনাৰ হবলৈ হলে ডিক্লেয়াৰ্ড ৱাৰ হব লাগে। দুটা শক্তি বা দুখন ৰাষ্ট্ৰৰ মাজত হব লাগে। আৰু—

দুটা হক্তি—ফ'ৰ্চ নহয়? ইণ্ডিয়াৰ পলিচি সেইটোৱেই। বন্দু বন্দু বুলি মন ভুলাবলৈ সব কৰে। বাট নাগাবিলাকতো ইণ্ডিয়ান নহয়—এটা বেলেগ জাতি। বেলেগ ৰাজ্যৰ মানুহ। আপুনিবিলাক ৱাৰ নহয় বুলি কৈ থাকিছে হয়, কিন্তু আপোনালোকৰ প্ৰিপাৰেশ্যন আৰু একশ্যনৰ সৈতে ৱাৰৰ পাৰ্থক্য ক'ত? খং উঠা বাবে চীফৰ শুৱলা অসমীয়া হেনাহুছাকৈ ওলাইছিল। আমি এটায়ে থিয় দি আছোঁ—অলৰ অচৰ ভাবে।

আমি নিবিচাৰো যে আমাক আপোনালোকে ৱাৰ প্ৰিজনাৰ হিচাপে ব্যৱহাৰ কৰক আৰু বিচাৰ কৰক। আপোনালোকৰ মানুহ ক'ৰবাত বন্দী হৈছে যদিও চৰকাৰী জেলত লঘোনে থকা নাই, বিছনাৰ সলনি কেঁচা মাটিৰ মজিয়াত শোৱা নাই।

আমাৰ মানুহক তেনেকা কৰিবলৈ চাধ্য নাই। কিন্তু আমি যেনেকা' কৰিছো. তাৰ চেঞ্জ নহব।

ঘড়ীটোলৈ চাই লগত অহা বিষয়াজনে জেপৰপৰা কাগজ এখন উলিয়াই ভাজবোৰ খুলি চীফৰ আগত দাঙি ধৰি দৃষ্টি আকৰ্ষণ কৰি কিবা এবাৰ কোৱাত মূৰ দুপিয়াই চীফ্ ওলাই গ'ল। ইজনেও চীফক অনুসৰণ কৰিলে।

ভাল হলনে বেয়াই হ'ল কথাবোৰ কব নোৱাৰোঁ। সোধা কথাবোৰৰ উত্তৰ মই যিদৰে দিব পাৰো দিছোঁ। শত্ৰু বুলি গণ্য



কৰিছে যেতিয়া ইচ্ছামতে পোনাব পাৰে। ইয়াৰ প্ৰতিক্ৰিয়া আমাৰ ওপৰত কি দৰে হয় নাজানো। কিন্তু মোৰ বিশ্বাস মই অযুগুত একো কোৱা নাই। মজিয়াখনতে তহলিবলৈ ধৰিলোঁ। বৰ লাহে লাহে।

দুৱাৰখন আকৌ মেল খালে। মই তেতিয়া দুৱাৰৰ ওচৰ পাইছোঁ গৈ।

ব্ৰিগেডিয়াৰ এজন সোমাই আহিয়েই মোক তাত দেখি ঘোপাকৈ চাই সুধিলে—মই তাত কিয় থিয় দি আছোঁ।

এনেয়ে বুলি কলোঁ!

বাহিৰৰ চন্তৰীটোক কিবা এটা কলত সি দুৱাৰখন জপাই দিলে।

ব্ৰিগেডিয়াৰে ভিতৰৰপৰা. দুৱৰখন হেচুকি চাই পুনৰ খুলিবলৈ দিলে। দুৱাৰখন মেল খালে।

মোৰ বুজিবলৈ বাকী নাথাকিল যে সি মোক সন্দেহ কৰিছে— দুৱাৰ ভাঙি পলাবলৈ যত্ন কৰা বুলি। বহি থাকিলোঁহি।

বাহিৰত দীঘলীয়াকৈ হুইছেল বাজিল।

ব্ৰিগেডিয়াৰে মুখস্থ মতা দি কলে,—প্ৰিজনাৰ্ছ্ আৰ অৰ্ডাৰ টু গ' এন্ ফৰ্ম লাইন আউট চাইট্।

আমাৰ কোনেও লৰচৰ নকৰা দেখি সি আমালৈ এখন্তেক চাই বৈ কলে—নাই চমচ্‌তা? বাহাৰ যাকে লাইন ফৰ্ম কৰেগা। হাৰি অপ্‌প্।

উধাৰ ক্যা হগা? তৰুণে থিয় দি হঠাৎ প্ৰশ্ন কৰিলে।

ব্ৰিগেডিয়াৰ বোধহয় নতুন। এনে পৰিবেশৰ সন্মুখীন হব বুলি ভবা নাছিল। হুকুম দিব আৰু গুৰি পৰুৱা যোৱাদি 'প্ৰিজনাৰ'বোৰ বাহিৰলৈ যাব—সেইটোহে ভাবিছিল।

ক্যাঁ বলনা হায় ইধাৰমে বলিয়ে না। এজনে ব্যঙ্গ কৰি কলে।

সি সেইবোৰলৈ কাণ নিদি দলটো বাহিৰলৈ নিয়াৰ যত্ন কৰি কলে—আও জলদী। ট্ৰায়েল হগা!

জমাদাৰৰ ইঙ্গিতমতে আমি বাহিৰলৈ ওলাই আহিলোঁ।

ব্ৰিগেডিয়াৰৰ হুকুম মানিলোঁ। ৰাইট টাৰ্ণ! এটা নিৰ্দিষ্ট ঠাইত সেই পথাৰখনত আমাক শাৰী পতাই থিয় কৰালে।

ওপৰত দুপৰীয়াৰ ৰ'দ। অনাহাৰৰ অৱশতা আৰু অনিদ্ৰাৰ দুৰ্বলতাৰে আমি ক্লান্ত। ৰ'দত চকু পুৰিছে। আমি থিয় দি আছোঁ—নীতি-নিয়মৰ কথা ভবা নাই। শুদা ভবি আৰু ভাগকুৱা শৰীৰেৰে প্ৰতিকূল পৰিবেশত মাৰ্চ কৰি অহা আৰু সন্ত্ৰস্ত হৈ থিয় দি থকাৰ আন্তৰিকতা আমাৰ নাই। ট্ৰায়েল—কি বিচাৰ হয় সেইটো জানিবলৈ আমি আটায়ে অৱশ্যে উৎসুক। মোৰ সন্মুখত থকা পাহাৰখনৰ নামনিত এখন বস্তীৰ দুটামান ঘৰ দেখা গৈছে। এটা বিৰাট কুকুণ্ডৰ ব্যৱধান। ঘূৰি ঘূৰি লুংলুঙীয়া বাট এটা গৈছে বস্তীখনলৈ। বাটটো মাজতে হেৰাইছে, আকৌ এডোখৰ ওলাই অকাই পকাই পৰি আছে। সন্মুখত আমালৈ মুখ কৰি থিয় দি আছে ব্ৰিগেডিয়াৰ। তাৰপৰা অলপ দূৰত পাঁচজন হ'মগাৰ্ড। সিহঁতে শাৰীপাতি আমালৈ গহীন হৈ চাই আছে। এই সময়তো যদি আমাক সহায় কৰিবলৈ অহা চেমিনিউ বে'চ কেম্পৰ ৰাজ ৰিফ দলটো আহি পালেহিহেঁতেন! সিহঁত অহাৰ বা ক'ৰবাত—অনতিদূৰত বিদ্ৰোহী নগাৰে সজ্বৰ্ষ হোৱা গুলীৰ শব্দও যদি শুনিলোহেঁতেন! এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হ'লহেঁতেন।

কোৱাৰ্টাৰ গাৰ্ড বোলা ঘৰটোলৈ চালোঁ। বিৰাট ঘৰ। এমূৰে বোধহয় ইহঁতৰ কিবা অফিচ বা কিবা। হেড্‌কোৱাৰ্টাৰ বোলা বস্তুটো ক'ত হব পাৰে! বোধহয় ঘৰটোৰ পাছ ফালে কেনিবা পাহাৰৰ মাজত সুৰক্ষিত অৱস্থাত। তাত কি আছে, কি ব্যৱস্থা জনাৰ উপায় নাই। যদি কোনোবাই দেখিছে—হয়তো তাৰ মৃত্যুৰ পূৰ্বক্ষণত। দুৰ্ধৰ্ষ চেমা অঞ্চলত হেড্‌কোৱাৰ্টাৰ এনেয়ে নিশ্চয় পতা নাই।

কমাণ্ডাৰ ইনচীফ, পিচ অফিচাৰ আৰু চাতাখা আউট পোষ্ট



আক্ৰমণ কৰা দলৰ কমাণ্ডিং অফিচাৰ মেজৰ এটা কোঠালীৰ দুৱাৰেদি ওলাই আহিছে। সেইটোৰেই যদি সিহঁতৰ অফিচ নাইবা বাহিৰৰপৰা ওলাই অহা পথ কব নোৱাৰোঁ। দলটোৰ পাছে পাছে আহিছে দুজন হ'মগাৰ্ড।

এটেনশ্যান! ব্ৰিগেডিয়াৰে চেৰেমনিয়েল পেৰেডত দিয়া সুৰত বৰ গহীনাই কমাণ্ড দিলে। হ'মগাৰ্ড কিজন এটেনশ্যন হ'ল।

মেজ এখন আৰু চকী এখন ইতিমধ্যে তাত পাৰি থৈছিলহি দুজন হ'মগাৰ্ডে। চীফ বহিল বাকী দুজন দুফালে থিয় দি ৰ'ল। মুকলি পথাৰত আমাৰ বিচাৰ আৰম্ভ হ'ল নেকি? চীফ নিজেই বিচাৰক? এৰা, ক'ৰ্ট মাৰ্শ্বাল! মিলিটেৰী কায়দাত বিচাৰ হব। চিভিল অথৰিটিৰ কৰ্তৃত্ব নাই এই বিচাৰত। আমি হেনো প্ৰিজনাৰ্।

বহাৰপৰা চীফ উঠি আমাৰ পিনে দুখোজমান আহি আমালৈ এবাৰ চালে। আকৌ উভতি গৈ মেজখনৰ ওচৰত থিয় দিলে।

পিচ অফিচাৰ আগবাঢ়ি আহিল। চীফে কেৰাহিকৈ চাই কিবা এটা ইঙ্গিত দিছিল।

স্পেশ্যাল ক'ৰ্ট মাৰ্শ্বাল! পিচ অফিচাৰে কলে। অলপ বৈ কৈ গ'ল—জুনেবট'ৰ ইণ্ডিয়ান আউট পোষ্টত ফ্ৰি নাগালেণ্ডৰ চিটিজেন হ'মগাৰ্ড নিট'হি চেমা আৰু তিনিজনক বন্দী কৰি থোৱা হৈছিল। বিনা বিচাৰে নিট'হি চেমাক তাতে গুলীয়াই মৰা হ'ল। তাৰে বিচাৰ আজি হব।

জুনেবট' আউট পোষ্টৰ সেই চাৰি মাহমান পুৰণি ঘটনাটোৰ জেৰ টানি স্পেশ্যাল ক'ৰ্ট মাৰ্শ্বাল পাতিছে আজি!

চীফে সুধিলে—জুনেবট' আউট পোষ্ট উইড্ৰ কৰি সেই প্লেটুনটো চাতাখা অ' পিত লগ লগাই দিছে নহয় নে?

আমাৰ ফালৰপৰা একো উত্তৰ নাই। মই জানো কথাটো হয়।

মোৰদৰে বহুতেই জানে। অৱশ্যে সেই প্লেটুনটোত কোন কোন আছিল মই নাজানো।

হ'মগার্ড চেমাক কোনে গুলী কৰিছিল কব লাগে। চীফে হুকুম দিলে।

জুনেবট' অ' পি বিদ্রোহীদলে আক্রমণ কৰিছিল। এৰাতি সজ্বর্ষ হৈছিল ভয়ানকভাৱে। আমাৰ প্লেট্নে তিনিজন নগা হ'মগার্ডক বন্দী কৰি কোহিমালৈ চালান দিবলৈ আউট পোষ্টতে ৰাখিছিল। অ' পিত ৰখা অসুবিধা। দায়িত্বও অধিক। আনহাতে এছক'র্ট নহলে জধে মধে পঠাবও নোৱাৰি কোহিমালৈ। সেয়ে মেচেজ এটাৰে ঘটনাটো জনাই এছক'র্ট অহালৈ বাট চোৱা হৈছিল। কেনেকৈ নাজানো, বন্দী অৱস্থাতে দুজন হ'মগার্ড পলাল। ইজনো পলাবলৈ চেষ্টা কৰিছিল। চেন্ট্রি পোষ্টৰপৰা গুলীয়াই তাক নিহত কৰা হ'ল। সিমানকে শুনিছিলোঁ। তাৰ পিছৰ কথা একো নাজানো।

কব লাগে—ভলণ্টিয়াৰলি এড্মিট কৰিব লাগে—কোনে গুলী কৰিছিল।

তাক হত্যা কৰা নাই। পলাই যাওঁতেহে মৰিছে। জমাদাৰে কলে।

কিন্তু কিয় মাৰিলে? পিচ অফিচাৰৰ প্রশ্ন।

সি আমাৰ কেম্পৰপৰা এমুনিশ্যন লৈ পলাই যাব ধৰিছিল।

আৰু কি নিছিল? চীফে মেজখনৰ মাজত বহি সুধিলে।

মই জানো যে জুনেবট' অ' পিৰপৰা সি বুলেট চুৰি কৰি পলাই যাব খুজিছিল।

আৰ্ৰু কি নিছিল? পিচ অফিচাৰে দাঁত কৰচি সুধিলে।

আৰু একো নিনিলেও সি চুৰি কৰা বাবেই অপৰাধী হৈছিল।

সি নিয়া বুলেটবোৰ ঘূৰাই নিছে?

ডেড্ বডি আপোনালোকে নিছে। আমি অনা নাই।



আচ্ছা, কোনে গুলী কৰিছিল আপুনি জানে?

ডিউটিত থকা যি কোনো জোৱানে গুলী কৰিব পাৰে।

আই চে, হু ফায়াৰ্ড দি পার্টিকুলাৰ শ্বট্? চীফে গোজৰণি মাৰি সুধিলে।

কোনে? হু ৱজ ডেট্ কাৰেজাছ্ চ'লজাৰ্? পিচ অফিচাৰেও চীফৰ লগতে যোগ দিলে।

যি কোনো জোৱানে হব নোৱাৰে নেকি? জমাদাৰেও খঙেৰে সুধিলে।

তোমালোক চববিলাক মৰি যাবলৈ মন আছে নেকি? পিচ অফিচাৰে প্রশ্ন কৰিলে।

সঁচা বিচাৰ হলে এট্টা মানুহ মৰিবলে নাই। জমাদাৰে কলে।

কিন্তু আমি জানো—কোনে গুলী কৰিছিলে। চীফে গহীনাই কলে।

তেনেহলে আপোনালোকে আইডেন্টিটি পেৰেডৰপৰা বাহিৰ কৰি নিয়ক। জমাদাৰ দৃঢ়।

ইণ্ডিয়ান চিপাই মেজাংখুল টাংখুল কোন হয়? কাগজ এখনত কিবা এটা চাই চীফে জমাদাৰৰ যুক্তি আওকাণ কৰি প্রশ্ন কৰিলে।

মেজাংখুল টাংখুল—কাম টু দি ফ্রন্ট! চীফ বহাৰপৰা উঠিল।

নিমাত নিতাল চাৰিওফালে। বতাহ বলিছে লাহে লাহে। কিছুমান ডাৱৰ পশ্চিমৰপৰা উৰি আহিছে লাহে লাহে। বেলিটো হয়তো ঢাকি ধৰিব। বৰষুণ দিবও পাৰে।

মই কৈ থাকিছো—মেজাংখুল টাংখুল্ লাইন পৰা বাহিৰ ওলাই আহিব লাগে। ঢেৰেকনি মৰাদি কলে চীফে।

তথাপি আমাৰ ফালৰপৰা কোনো সঁহাৰি নাই। ইতিমধ্যে বস্তীৰ মানুহৰ এটা জুম আহি আমাৰ মুখামুখিকৈ অলপ দূৰত থিয় দি ক'র্ট মাৰ্শ্বাল চাইছেহি। সিহঁতৰ মাজত কথা পতাৰ এটা অস্পষ্ট গুণ্গুণনি।

সিহঁতে টনা বিড়িৰ ধোৱাবোৰ বতাহত বিয়পি গৈছে। আমাৰ নাকত বিসদৃশ গোন্ধটো লাগিছেহি। জুমটোৰ দুজনে মাটিতে বহি হাতত লৈ অহা মধুৰ লাও উলিয়াই আৰাম কৰি দুই এঢোক খাই সন্তৰ্পণে আমালৈ চাই আছে।

চীফে আকৌ কলে, যদি মেজাংখুল টাংখুল ভলন্টিয়াৰ্লি ওলাই নাহে—তেন্নে হলে—চব্ব্ বিলাক প্ৰিজনাৰকে এক্টা এক্টা কৰি দাও লগতে কাটিম। মাফ কৰিবলৈ নাই—। মেজ্জাং খুল টাংখুল—!

মৈ হু মেজাংখুল টাংখুল !

এটা গুণ্গুনি উঠিল চাৰিওফালে। আমাৰ মাজত স্বাভাৱিকতে এটা সন্ত্ৰস্ত আৰু বিষাদৰ ভাবৰ সৃষ্টি হ'ল। সেই বিষাদে আমাক বেছিকৈ যেন অৱশ কৰি পেলালে।

লাইনৰপৰা এক কদম আগবাঢ়ি গৈ টাংখুল এটেনশ্যন হৈ থিয় দি আছে। আমি এবাৰ তালৈ আৰু এবাৰ চীফলৈ চাইছোঁ। চীফৰ মন গলে তাক একো কঠিন শাস্তি নিদিও পাৰে। ৰক্তপাত, হত্যা-কাণ্ড আদি বিদ্ৰোহীদলৰ উদ্দেশ্য নহয় বুলিতো কালি কৈছে। আগতেও কৈছে। আমাৰ মনত ত্ৰাসৰ সৃষ্টি কৰিবলৈহে যদি এই হুঙ্কাৰ! ভালেই হয়। যদি আমাৰ দলটোক দুদিনো সমূহীয়াকৈ কিবা শাস্তি দিয়ে—আৰু টাংখুলক প্ৰাণে নামাৰে তেতিয়াহলেও কোনো কথা নাই। কিন্তু বিদ্ৰোহীদলৰ মন-মেজাজ যে ধৰিব নোৱাৰি! মুখৰ কথাৰেই আইন হয়।

মেজৰে জুমটোলৈ চাই নগা কথাত কিবা এটা কলে। হঠাৎ সিহঁত উল্লাসিত হৈ উঠিল। উলাহতে সিহঁতে কুৰুলিয়ালে। বোধহয় সিহঁতৰ মানুহ মৰা 'খুনী'জন ধৰা পৰাৰ বাতৰি পাই সিহঁত আনন্দত উৎফুল্ল হৈ উঠিছে।

তুম্ জুনেবট' আউট পোষ্ট মে' নিট'হি চেমাকো খুন কিয়া? পিচ অফিচাৰে প্ৰশ্ন কৰিলে।



জী, একটা দুচমনকে মই ৰাইফল লগত মাৰিছো। লেকিন তাৰ নাম চাম মই নাজানো। টাংখুলে স্বীকাৰ কৰিলে।

কেলেই খুন কৰিছে?

আমাৰ কেম্প পৰা পলোৱা নিমিত্তে। সি বুলেট লৈ কেনে পলাই যাইছিলে। আৰু আগতে আন ল ফুলি আমাৰ আউট পোষ্টৰ ভিতৰ সোমাইছে। তাৰ কচুৰ হৈছিল। সি চুৰ কৰি পলাই যাইছিল। কেলেই খুন কৰিছো? শুনিবি, মই ডিউটি নিমিত্তে তাত আছিলো। আমাৰ অনিয়াই কৰা মানু' মাৰিবলৈ একু দোচ নাই। আচ্ছা না, আমি বিলাককে তুমিখান এৰেষ্ট কৰিছে। আমি পলাবলে' চালে তুমিখান—তুমাৰ হ'মগাৰ্ডবিলাক আমাক মাঙনাই চাড়ি দিবি নেকি? তেনেকাহে কথাটু।

টাংখুলৰ সিহঁতক পতিয়ন নিয়াবলৈ কোৱা কথাখিনি শুনি আমাৰ ভাল লাগিল। যুক্তিত বিশ্বাস কৰি আৰু পতিয়ন গৈ সিহঁতে তাক 'মাফ' কৰি দিবও পাৰে। হে ভগৱান, সেয়ে যেন হয়।

তুমি নাগা না? চীফৰ প্ৰশ্ন।

টাংখুল নাগা হয়। গহীনাই মেজাংখুলে উত্তৰ দিলে।

তুমি খুন কৰিছে, না?

কিমান বাৰ একটা কথাকে কৈ থাকিব লাগে? আৰু একটা কথা দেই—মই সেইটু কাম কৰা বাবে আমাৰ গবৰণ্মেন্ মোকে বক্চিচ্ দিছে। গৰ্বেৰে সি শুনাই দিলে।

আচ্ছা! আমিভী বক্চিছ দিব তেতিয়া হলে। চীফে ঠাট্টাৰ সুৰত কলে।

তোমাৰ জমাদাৰ কৈছিলে—আইডেন্টিটি পেৰেড্ কৰি মেজাংখুল টাংখুলকৈ বাহিৰ কৰি নিবলে। কিন্তু তুমি মোৰ কথা শুনি কেলেই নিজে ওলাই আহিছে?

চীফে হাঁহিছিল। টাংখুলে নাহাঁহিলে। উচাট মাৰি কোৱাদি

কলে—আইডেন্‌টিটি পেৰেড কৰি মিছামিছি কোন্‌বা বেলেগ মানুহহে নিবলে' আছে। মই সিটুবাবে এড্‌মিট কৰিছো।

সিটুবাবে তোমাৰ ট্ৰায়েল হব ইতিয়া। পিচ অফিচাৰে টাই-নটটোত হাত বুলাই কলে। চীফে সোঁ ভৰিটোৰ ওপৰত বাওঁ ভৰিটো তুলি সোঁহাতৰ কিলাকুটিটোৰে মেজখনত ভৰ দি বহিল।

ট্ৰায়েল? তীব্ৰকণ্ঠে প্ৰশ্ন কৰিলে টাংখুলে।

অফ্‌ এ মার্ডাৰাৰ। মেজৰে যোগ দিলে।

মোৰ কচুৰ হলে মানে মোৰ চৰকাৰ ট্ৰায়েল কৰিব। মোকে চাজাই দিব। জেলতে থব। ফাইন কৰিব। কোৱাত্তাৰ গার্ত দিব। চাৰ্ভিচ পৰা ডিচমিছভী কৰিব। সিহঁতবিলাকহে মোৰ সচ্চা বিচাৰ—ট্ৰায়েল কৰিবলে' লায়েক হয়। আৰু ট্ৰায়েল কৰিব যীচু। তুমিখান কি ট্ৰায়েল কৰিবি? খুচী খুচী আৰ্মি অপিচাৰ, খুচী খুচী ডিপ্‌টি কমিচ্‌নাৰ, পিচ অপিচাৰ হলে মানে কি হব? জংগল ভিতৰতেহে তুমি বিলাক পাৱাৰ দেখাবলে' হাল্লা কৰিবলে' আছে। তোমাৰ জংগল পাৰ্টি মানুহৰ ট্ৰায়েল কৰিবি—আমাৰ ট্ৰায়েল কৰিবলে তুমিখন লাগা কি ৰাইট আছে? টাংখুলৰ প্ৰতিটো শব্দ যেন ফিৰিঙতি হৈ ছুপৰীয়াৰ ৰ'দৰ মাজেদি চিটিকি চিটিক গৈ বিদ্ৰোহী নগাৰ চীফ, পিচ অফিচাৰ আদি সকলোৰে মুখত খুন্দা মাৰিছেগৈ। সি উত্তেজিত হোৱা নাই। অস্থিৰো হোৱা নাই। গভীৰ আত্মবিশ্বাসেৰে প্ৰত্যেকটো শব্দকে স্পষ্টভাৱে উচ্চাৰণ কৰি কৈছে।

আৰু কিবা কবলে' আছে? টাংখুলৰ কথা শেষ হলত চীফে শান্তকণ্ঠে সুধিলে।

কি কব আৰু। আপুনি বিলাক খুচী খুচী কৰি আহিছে। মিচ্ছা মিচ্ছি কিমান মানু' খুন হৈছে। ভাই ভাই মাজতে, ফ্ৰেইণ্ড লগতে হাল্লা কৰি কি ফয়দা আছে? কিবা ফয়দা হৈছে আপুনি-বিলাকৰ? ইটু নিট'হি নে কি নাম কোৱাটু মৰা পৰা ফয়দা হৈছে?



মনতহে দুক পাইছে আৰু ৰিভেঞ্জ লব মাঙিছে। এক্‌কু লাপ নাই চাহাব—তকলিপ্‌হে আছে। ভাবিলেভী দুক লাগে। টাংখুলৰ কথাবোৰত এইবাৰ বেদনা। সি যেন সৰু ল'ৰাবদৰে কান্দি পেলাব। তাৰ গাল-মুখ ৰঙা পৰিছে।

উখৰুলৰ ফালে বহুত মানু মৰিছে তুমি জানিছে? পিচ অফিচাৰে সুধিলে।

জংগল পাৰ্টিভী মৰিছে। নিৰ্বিকাৰভাৱে মেজাংখুলে উত্তৰ দিলে।

তুমি একটা নিউচ পাইছে? মোলায়েম সুৰত পিচ অফিচাৰে সুধিলে।

কি?

তোমাৰ বাবা আমাৰ হ'মগাৰ্ডত জইন কৰিছে? নাটকীয় ভঙ্গীত পিচ অফিচাৰে কুটিল হাঁহি এটাৰে মেজাংখুললৈ চাই ৰ'ল।

মিচ্ছা কথা—। একদম বিশ্বাস কৰিবলে' নাই। ধেৎ—। খণ্ডত মেজাংখুল টাংখুল যেন জ্বলি উঠিল।

আচ্ছা মেজাংখুল টাংখুল, তোমাকে আমি মাফ কৰি দিব—

কি কৰিলে হব?

চীফ টাংখুলৰ ওচৰলৈ আহি শান্ত সুৰে সুধিলে। উত্তেজিত হৈছিল মেজাংখুল। চীফৰ কথাটো শেষ কৰিব নিদি সি সুধি দিলে।

মানিবি? কুমলীয়াকৈ চীফে সুধিলে।

কব, কি মানিব লাগে। খুচী হলে মানিব—।

তুমি নাগা হ'মগাৰ্ডত জইন কৰিলে মানে বেকচুৰ মাফ কৰি দিব আৰু কেপ্তেইন ৰেঙ্কভী দিব। হব? চীফে পতিয়ন নিয়াবলৈ মিহিকৈ সুধিলে।

অলপ বক্‌চিচ্‌ পাইকেনে জুডা ইনিমি বিলাকৰ হাতত যীচুক ধৰি দিছিলে। মইভী খৃষ্টান হয়। জুডা নহব। তোমাৰ লাগা

কেপ্টেইন হবলেভী মন নাই। চিপাহী হৈ মানে ইণ্ডিয়ান হৈ থাকিবলেহে মই খুচী কৰিছে। জিন্দা থাকিলে মই তেনেকা কৰিবলে নাই। টাংখুলৰ দীপ্ত উত্তৰত বোধহয় চীফ হতাশ হ'ল। খঙো উঠিছিল সম্ভৱতঃ। উচাট মাৰি চীফ মেজখনৰ ওচৰত গৈ থিয় হৈ খঙেৰে সুধিলে,—

মেজাংখুল টাংখুল, তুমি জানে, নিট'হি চেমা লাগা আমা তাই লাগা বেটা মৰা নিমিত্তে কিমান দুক পাইছে? তাই লাগা আৰু বেটাভী নাই। তুমি তাকে নামাৰিলে মানে সিট্ট নমৰিবলে আছিলে।

ইটু মই বুজিছো। লেকিন চাহাব, আমাৰ ভাই বন্ধুবিলাক মৰা নিমিত্তে তাইখান লাগা আমা বাবা ভাই বৈনীবিলাক কান্দা নাই নেকি? তাইবিলাক হাৰ্ট নাই ভাবিছে নেকি?

আচ্ছা যাব বিবি। তোমাৰ চাথী বিলাকভী বিচাৰ কৰি কিবা কৰিব। তুমি মন ভাঙিছে? পিচ অফিচাৰৰ প্ৰশ্ন।

নহব।

না, এত্তিয়াভী ভাবি চাবি। আমি ইণ্ডিপেণ্ডেণ্ট হলেমানে তোমাৰ লাগা আৰু প্ৰমোশ্যন হবলৈ আছে। বুজা নাই কেলেই?

নহব কৈছে ত! গেঙেৰি মাৰি সি উত্তৰ দিলে।

খন্তেকৰ বিৰতি। কৰ্ট মাৰ্শ্বালৰ বিচাৰিকসকল কিবা আলোচনাত ব্যস্ত। অলপ পিছতে আলোচনাৰ ওৰ পৰিল। কিবা কাগজ এখিলাত চীফ আৰু পিচ অফিচাৰে চহী কৰিলে খচ্ খচ্ কৈ।

ইংৰাজীতে পিচ অফিচাৰে এটা অৰ্ডাৰ পঢ়ি শুনালে—

'জুনেবট' আউট পোষ্টত ফ্ৰি নাগালেণ্ডৰ হ'মগাৰ্ড নিট'হি চেমাক অন্যায়ভাৱে গুলীয়াই হত্যা কৰা অপৰাধত ইণ্ডিয়ান চিপাহী মেজাংখুল টাংখুলক গুলীয়াই হত্যা কৰি তাৰ মূৰটো নিট'হিৰ শোকাতুৰা জননীক উপহাৰস্বৰূপে দিবলৈ হুকুম দিয়া হ'ল।'



নগা-অসমীয়াতো হুকুমটো শুনাই দিয়াৰ লগে লগে এটা গুণ-গুণনি উঠিল। বস্তীৰ মানুহজাকে আনন্দত কুৰুলিয়ালে। আমাৰ দুজনমানে হায় হায় কৰিলে।

মেজাংখুল তেতিয়াও নিৰ্বিকাৰভাৱে থিয় দি আছে আগৰ ঠাইতে। অলৰ অচৰ। যেন এটা শিলামূৰ্তিহে আমাৰ আগত।

চালা—কুকুৰ খোৱা নগা—তৰুণৰ মাতটো কঁপি কঁপি ওলাইছিল। ব্ৰিগেডিয়াৰে ধমকিয়ালে—হাল্লা নাই!

আপুনি বিলাক লগতে মোৰ এটা ৰিকুয়েষ্ট কৰিবলৈ' আছে। নিৰ্বিকাৰ চিত্তে টাংখুলে কলে।

ইয়েচ! ইয়েচ!! চীফে অনুমতি দিলে।

আপুনিবিলাক কৈছে মই কচুৰ কৰিছো। ঠিক আছে ভগবান দেখিব। চাজাই নিমিত্তে মই ভয়ভী কৰা নাই। কিন্তু না মোৰ চাথী বন্ধুবিলাক আপুনিবিলাকক এক্কো চাজাই নিদিবি। কচুৰ সিহঁতবিলাক কৰা নাই। সিহঁতক মাফ কৰি যাব দিবি। আৰু একটা কথা, আপুনিখান ভাই ভাই লগত হাল্লা নকৰিবি। তকলিপ হবলৈ আছে। আমি চব ইণ্ডিয়ানহে হয়।

মেজৰে টাংখুলৰ হাত দুখন বান্ধিবলৈ ৰচী এগছ হাতত লৈ তাৰ আগত থিয় দিলেহি।

সি আমাৰ পিনে মুখ কৰি আবেগেৰে কলে, মোৰ চাথী আৰু ভাই বন্ধু বিলাক তুমি বিলাক মোক খন কৰি নাথাকিবি দেই। মোৰ চব কচুৰ মাপ কৰি দিবি। মই সদাই তুমি বিলাকৰ চাথী মেজাংখুল টাংখুল হৈয়ে থাকিব। নীৰৱে সি আমাৰ মুখলৈ একোবাৰ চালে আৰু অলপ সময়ৰ মৌণতাৰেৰৈ গদ্গদ্ কণ্ঠে প্ৰাৰ্থনা কৰিলে—

O spare me, that I may recover strength,
before I go hence and be no more. Amen.

টাংখুলৰ চকু দুয়ো পানী বৈ আহিল। নমচি সি হাত দুখন

মেজৰলৈ আগবঢ়াই দিলে। চকু পানীয়ে তাৰ মুখখন বিষাদিত কৰিব পৰা নাই। একান্ত বিশ্বাসেৰে ঈশ্বৰৰ চৰণত আত্মসমৰ্পণ কৰাৰ আবেগত ওলাই অহা চকুপানী দুধাৰত ৰ'দ পৰি জিৰ্‌জিৰাই উঠিছে।

পাহাৰৰ কুকুণ্ডৰ ওচৰলৈ তাক দুজন হ'মগাৰ্ডে লৈ গ'ল।

চীফে ঘড়ীটোলৈ চাই দিয়া হুকুমৰ পাহাৰত প্ৰতিধ্বনি হ'ল—ফায়াৰ—ৰ্‌!

আকৌ অন্ধকাৰৰ মাজত। কোৱাৰ্টাৰ গাৰ্ডৰ দুৱাৰ জাপ খালে। কিয় কব নোৱাৰোঁ—বোধহয় শাস্তিমূলক ব্যৱস্থা—আমাৰ দুজন দুজনক একোগছ নাৰিকলৰ ৰচীৰে হাত দুয়োখন বান্ধি দিছে। দুজনৰ মাজত ৰচীগছৰ ব্যৱধান প্ৰায় দুফুট। টনা আজোৰাকৈ আমি আহি আগৰ ঠাইত বহিলোঁহি। যাবৰ সময়ত ব্ৰিগেডিয়াৰে হুকুম দি গৈছে—কথা নাপাতিবলৈ। হাল্লা নকৰিবলৈ। হ'মগাৰ্ডজনেও বিদ্ৰূপৰ সুৰত ব্ৰিগেডিয়াৰৰ কথাষাৰকে আমাক শুনাইছে দুৱাৰ জপাবলৈ হাত মেলি—কথা পাতিলে মানে দাও লগত মুখটু কাটি পেলাব!

কথা পাতিবলৈ আমাৰ একো নাই। কোনে কাক কি কব? কি সুধিব? এইবাৰৰ শোকাৰ্ত মৌণতা অধিক অসহ্য লাগিল। যেন আপোন মানুহৰ শৱ এটা আগত লৈ মৌণ শোকেৰে আমি এটা পৰিয়াল বহি আছোঁ। কাৰো মুখত কথা নাই। শোকে সকলোৰে মুখৰ মাত হৰি নিছে।

উমানতে ধৰিব পাৰিলোঁ—তৰুণ সন্দিকৈ। সি উচুপি উচুপি কান্দিছে। সৰু ল'ৰা এটাৰদৰে সি উচুপাত ঘৰটো আৰু গহীন আৰু শোকাকুল হৈ উঠিল।

নাকান্দিবি অ' তৰুণ থোকাথুকি মাতেৰে জমাদাৰে বহি থকাৰেপৰা বুজনি দিলে। তেৰোঁ উঠি যাব নোৱাৰে। দুৱলীয়া



বান্ধোন হাতত লৈ। তৰুণে জোৰেৰে কান্দিব ধৰিলে। কোনোবা এজনে হুমুনিয়া কাঢ়িলে। বৈ বৈ তৰুণৰ কান্দোনৰ শব্দ।

তৰুণ সন্দিকৈ, লোকনাথ গগৈ আৰু মেজাংখুল টাংখুল। হেড্‌-কোৱাৰ্টাৰত থাকোতে এই তিনি বন্ধুৰ উৎপাতত বেৰেক উৰি যাওঁ উৰি যাওঁ কৰে। অভিন্ন বন্ধুত্ৰয়ৰ মিলন হৈছিল হেনো প্ৰশিক্ষণ কেন্দ্ৰতে। তেতিয়াৰেপৰা একেলগে ফুৰা-চকা, ডিউটি, আড্ডা সকলো। টাংখুল হাঁহিমুৱা আৰু ফুৰ্তিবাজ। তৰুণ খঙত দুৰ্বাসা। লোকনাথৰ সময় নাই অসময় নাই বিহুগীত। তিনিওজনৰে মাজত কেতিয়াবা হয়তো বিড়ি এডালৰবাবেই দৰবা দৰবি লাগে। হতাহতি হবৰ উপক্ৰম হয়গৈ। খং উঠিলে তৰুণে ৰাম-ৰহিম কাকো নামানে। স্থান-কাল-পাত্ৰ পাহৰি মুখত যি আহে অশ্লীল অশুচি শব্দসমূহেৰে সি এফালৰপৰা বলকি যায়। তাৰ খংটো সকলোৱে জানে আৰু প্ৰকৃততে তৰুণৰ মনটোযে খোলা সেইটো সকলোৱে জানে বাবে তাৰ গালি খায়ো হাঁহে আৰু বেছিকৈ খং তুলি ৰং চায়। খং জামৰিলে আকৌ সিয়েই গালিখোৱাজনৰ কান্ধত ধৰি একেবাৰে সনাপিঠা হৈ পৰে। টাংখুলৰ উৎপাতত দুপৰীয়া কোনো শুব নোৱাৰে। ভাত কেইটা খায়েই বহা আড্ডাত তাৰ এহাতে থাকে মাউথ অৰ্গেনটো। কথাৰ মাজতে সেইটো বজাই দি খিল্‌খিলকৈ হাঁহি কয়—ইটুভী কথা কৈছে অ'! তাৰ পিছত ইজনৰ হাতৰপৰা সিজনে সেইটো নি প্ৰেকটিছ কৰাৰ পাল!

মাউথ অৰ্গেন প্ৰেকটিছৰ নামত যি কোলাহলৰ সৃষ্টি হয় হাঁহি, হাতচাপৰি, সুহুৰি, সিঁয়াৰ, ইটো সিটো মন্তব্য, আৰু গানৰ এৰাধৰা কলিৰ মাজেদি যে বেৰেকৰপৰা ডিছিপ্লিন শব্দটোৱে কেনিবা ফাট-মাৰে। লোকনাথে কেতিয়াবা ছোৱালী সাজি বিহু নাচনী হয়। তৰুণে হাতেৰে চাপৰি আৰু মুখেৰে টকা বজায়। বিহু বুলিলেই যি কোনো সময়তে চাপৰি বজোৱা, কিৰিলি মৰা আৰু আইজু—বুলি

বিহু জমোৱা ডেকাৰ অভাৱ নহয়। বিহু নজনাহঁতেও হাত চাপৰি মাৰি সুৰৰ চেৱে চেৱে গাত ঢুলন দিয়েহি। কেতিয়াবা তুপৰীয়াতে। কেতিয়াবা আবেলি বেৰেকত বিহু বেচ জমে।

সেই দিনাও বিহু জমিছিল। চ'তমহীয়া বতৰটোৱে ৰঙালী বিহুৰ বতৰা দি ডেকাহঁতৰ গা বাই জাই কৰি তুলিছিল। লোকনাথে সেই দিনা আৰু এজনক নাচনী সজাইছিল। তুখন গামোচা পিনেৰে জোৰা দি চাদৰ কৰি লুঙিৰ ওপৰত পিন্ধাই দিছিল দেৱী বাহাতুৰক। সি হেনো মনে মনে নাচ শিকিবলৈ ইচ্ছা কৰিছিল। লোকনাথৰ আগত। নেপালী ল'ৰা দেৱী বাহাতুৰে লাজ লাজকৈ বিহু নাচৰ নামত তুটামান পাক দিয়াৰ পিছত লোকনাথৰ ভৰিৰ গচক খাই আঁতৰি থিয় দিলে। তৰুণে যি ঠেও ধৰি পেঁপা বজাইছে নাচনীৰ 'টাকুৰি ঘূৰাদি' ঘূৰিবৰ মন গৈছে তেতিয়া।

হঠাৎ পেঁপাই সুৰ কাটি গ'ল। লগে লগে হাত চাপৰিয়ে সংহতি হেৰুৱালে। নাচনীয়ে ককালত ধৰি থিয় দি তৰুণলৈ চাই কিবা এটা চোকা শব্দ মাৰি পঠাবলৈ খোজোতেই তৰুণে তুৱাৰ মুখলৈ চকুৰে ইঙ্গিত দিলে।

জমাদাৰ চাহাবে মিচিকি মিচিকি হাঁহি থিয় দি আছে। জমাদাৰে হাঁহিলে কি হব? বিনা কামে কোনো অফিচাৰ সাধাৰণতে বেৰেকলৈ ফুৰিবলৈ নাহে। জমাদাৰক দেখি তৰুণ থমকি ৰ'ল আৰু তাল কাটি গ'ল বিহুসুৰে।

হুজুৰ! এটেনশ্যন হৈ লোকনাথে অলপ সেমেনা সেমেনি কৰি মাত লগালে।

ঠিক আছে। জমাদাৰে একো নকৈ হাঁহি হাঁহি উভতি গ'ল।

কথাটোৰ উহ পিছতহে ওলাইছিল। বেৰেকত সীমা পাৰ হৈ যোৱা ফুৰ্তি হয় বুলি পোৱা এটা ৰিপ'ৰ্টৰ অনুসন্ধান কৰিবলৈ আহিছিল জমাদাৰ চাহাব। ডেকাহঁতৰ ফুৰ্তি আমোদ পাই মিজো



জমাদাৰে বোধহয় অনুসন্ধানত অহা কথাটোকে পাহৰিলে। বিহুবলীয়া জোৱানহঁতক সেই ভাগেই এৰি আঁতৰি গ'ল।

তুৱাৰখন মেল খোৱাৰ লগে লগে টৰ্চৰ তীব্ৰ পোহৰ এটা ভিতৰত পৰিল। কোনোবা তুজন সোমাই অহাৰ শব্দ হ'ল শুকান পাতবোৰৰ ওপৰত।

ইউ ইউ টু কাম আউট! এজনে আমাৰ কোনোবা তুজনলৈ টৰ্চ মাৰি চাই নিৰ্দেশ দিলে।

ৰবীন গোঁহাই আৰু নবীন মেচ বহাৰপৰা উঠিল। তুয়ো আশ্চৰ্য আৰু বিমৰ্ষ দৃষ্টিৰে আমালৈ চালে। বুকুখন চিৰিং কৰে গ'ল। সিহঁত তুজনক কিয় বাহিৰলৈ মাতি নিলে! যি কোনো তুজনক নিয়াৰ অৰ্থ হয়তো হত্যাও হব পাৰে। ৰহস্যজনক আৰু ৰোমহৰ্ষক সিহঁতৰ কাৰ্যকলাপ।

কাম আউট! টৰ্চটোৰে পোহৰ দেখুৱাই সিহঁত আগবাঢ়িল। গোঁহাই আৰু মেচ একেডাল ৰচীৰে বান্ধ খাই আছিল। নীৰৱে তুয়ো এখোজ তুখোজকৈ আগবাঢ়িল। বাহিৰত নিশা এক বজাৰ সময় সঙ্কেত দিলে। তুৱাৰ মুখত থিয় দি হাতত লণ্ঠন এটা লৈ আমালৈ চাই আছে এজন হ'মগাৰ্ডে। সি হয়তো জানিব খুজিছে—আমাৰ তুজনক একো নজনোৱাকৈ হঠাতে বাহিৰলৈ লৈ যোৱাত আমাৰ মাজত কি প্ৰতিক্ৰিয়া হয়। অলপ সময় থাকি সি ওলাই গ'ল।

সিহঁতক মাৰি পেলাব নেকি? এজনে নিজকে নিজে কোৱাদি কলে।

কোনেও একো নামাতিলে। এনে প্ৰশ্নৰ উত্তৰ নাই। নজনা কথাটোৰ বিষয়ে এনে পৰিবেশত কিবা এটা আলোচনা কৰিবলৈ কাৰো মন নাই। সকলোৱে এক ৰহস্যময়তাৰ মাজত সোমাই আছোঁ। হয়তো মৃত্যুৰ ক্ষণ গণি। অনিৰ্দিষ্ট সেই ক্ষণ। অনিৰ্দিষ্ট সেই আশঙ্কা।

টাংখুলৰ মুখখন বাৰে বাৰে মনত পৰিছে। হাঁহি হাঁহি মাউথ অৰ্গেন বজোৱা মেজাংখুল টাংখুল। বৰদিনৰ ভিতৰত সি বিয়া পাতিব বুলি ভাবিছিল—কি জানি কি হয়! কি হব কি নহব সি জনা নাছিল। কোনেও জনা নাছিল ছুই প্লেটুন জোৱানৰ এনে অৱস্থা হব বুলি। কল্পনা কৰিব পৰা নাছিল টাংখুলৰ হত্যাৰ। তৰুণে তাক মাউথ অৰ্গেন কিনি দিয়াৰ কথা আছিল। তৰুণ—টাংখুল—লোকনাথ হেড্‌কোৱাৰ্টাৰ ডিউটি—অনাই বনাই আজৰি সময়ত ঘূৰি ফুৰা—চেমিনিউত চিনাকি হোৱা বাৰ্মা, টেণ্ডণ আৰু কিমান যে চিনাকি, অচিনাকি মুখবোৰ মনত পৰিছে। এইমাত্ৰ ওলাই গৈছে ৰবীন আৰু নবীন। এন্ধাৰত দেখা নোপোৱা অথচ একেলগে বহি থকা অসম পুলিচ বেটেলিয়নৰ জোৱানৰ এটা দল, এজন জমাদাৰ। সবেই বন্ধু, মোৰ সবেই সহকৰ্মী—আমি একেটা পৰিয়ালৰে লোক। আমি সবেই এটা এৰাব নোৱাৰা দুৰ্যোগৰ মাজত সোমাই পৰি কোনেও কাকো সহায় কৰিব নোৱাৰা অৱস্থাত অনাগত ভৱিষ্যতৰ বুকুত নিজকে সপি দিছোঁ। কোনেও কাকো হয়তো শেষ মুহূৰ্তত এৰাৰ মাত লগাব নোৱাৰিব। মাত লগাব নোৱাৰা কথাটো মনত পৰাৰ লগে লগে আইলৈ মনত পৰিল।

চাওঁ সিফালে যাচোন। আয়ে মোক বিছনাৰ মাজলৈ হেঁচুকি দি ঠাই একণ উলিয়াই ওচৰতে বহিল। মজিয়াৰ লেমটো মেজখনতে থলে। পোহৰ চকুত পৰাত বৰ অস্বস্তি লাগিল।

খিড়িকীখন জপাই দিওঁ ৰহ্। বহাৰপৰা উঠিব খুজি আয়ে কলে।

নেলাগে থাওক।

বতাহ সোমাব। জাৰ পাবি। বাৰু, থক দে যাওঁতে মই জপাই দিম।

লেমটোনো ওপৰত থলি কেলেই আৰু? মোৰ বিৰক্তিলৈ কাণ



নিদি আয়ে মোৰ মুখলৈ ৰ লাগি চাই আছে। খিড়িকীৰে সোমাই অহা শেৱালি ফুলৰ সুবাসৰ কথা পাহৰি গলোঁ। আয়ে সেইদৰে চাই থকাত পোৱা আমনি লুকুৱাবলৈ সুধিলোঁ—ভাত খালি?

খালোঁ। কিবা এটা উদাসীন সুৰত আয়ে কলে।

তোৰ ছুটী কিমান দিনৰ?

পৰহিলৈ যামগৈ।

প-ৰ-হি? দুবছৰৰ মূৰত আহি পৰহি যাবৰ হলেই নে? কিনো ইমান হেজাৰটকীয়া চাকৰিটো যে ছুটী-ছাটা দীঘলকৈ নাপাৱ? সাদিনমান থাকিব নোৱাৰ?

কেলেই?

আইধানৰ তালৈ নেযাৱ? তাই যে সুধিয়ে থাকে তোৰ কথা।

তইনো ক'ত ইমানকে লগ পাৱ?

যাওঁ নহয় মাজে মাজে। ল'ৰা-ছোৱালী হাল বৰ বৰ হ'লহি। তইতো দেখাই নাই সিহঁতক।

আৰু' আহিলে যাম দে।

এইবাৰেই তোৰ লগতে মযো গলোহেঁতেন।

ইমান দিন অকলে গলি এইবাৰ মোৰ লগতহে পাৰ নেকি?

মাক-পুতেক একেলগে যাম আৰু'। আয়ে হাঁহিলে। এটুকুৰা তামোল ওলাই বিছনাতে পৰিল। চূণ-ধপাত দি খোৱা তামোলখনৰ এটা মিঠা গোন্ধ নাকত লাগিল।

বুঢ়ী হৈয়ো তোৰ টলো টলো কৰি ঘূৰি ফুৰা কমা নাই দেখিছোঁ।

ক'তনো আৰু? ল'ৰা-ছোৱালী হাললৈ দেখোন মনত পৰি থাকে! গৈ পালে সিহঁতৰ যে আইতাহে আইতা! আহিবৰ সময়ত কান্দে। পৰহি যাব নালাগে অ', তাইৰ তাৰপৰা এবাৰ আহোঁগৈ ব'ল। আইৰ চকু দুটা এটা মৰম মিহলি আনন্দত জিলিকি উঠিল।

নাতিনীয়েক হঁতলৈ মনত পৰি। তোৰ এইটো কিহৰ দাগ অ'? ক'লা পৰি আছে।

শাল মইনা এটা ওলাইছিল।

শাল মইনা? মতা আছিল নেকি? সেইবোৰ ওলালে নুচুবি দেই। ওঁস্ ওঁস—নিজে শুকালে নে ভাঙি দিছিলি?

মতা শাল মইনালৈ আইৰ ভয়ৰ কথা জানো। আমাৰ গাঁৱৰে এজন ডেকা ল'ৰাই মতা শাল মইনা ওলোৱাত কেঁচাতে মুখখন ভাঙি কচুৰ এঠা লগাই দিলত মুখ-চুখ উখহি দোণটো যেন হৈ মৰি থাকিল। এতিয়া ৰাতি-বিয়লি মৰা-চৰাৰ কথা আয়ে উলিয়াব খোজা নাই; কিন্তু কথাটোযে আইৰ মনত পৰিছে সেইটো মই জানো। আইৰ খং তুলিবলৈ কলোঁ—

লাৱণ্যৰ ককায়েকক মতা শাল মইনাই মাৰিলে নহয় আই?

পোন্দোৱাকৈ চাই আয়ে কলে—ৰাতিখননো কি সেইবোৰ কথা উলিয়াইছ? মনত পেলাবলৈ কথা নাই আৰু? কিচ্‌ন।

কৃষ্ণ শব্দটোৰ কিচ্‌ন উচ্চাৰণ আইৰ মুখত আমি সকুৰেপৰা শুনি আহিছোঁ। আইধন বাইদেউ আৰু মই এসময়ত আইক খুব-জোকাইছিলোঁ। বাইদেৱে কিচ্‌নটোৰ উন্নতি কৰাবলৈ দিনচেৰেক যত্নও কৰিছিল। এদিন আইৰ দাবী খাই তাই পাছ হুহঁকিল।

তোৰে বৰ সুখ দে!

কিনো সুখটো দেখিলি?

কেলেই, দুটাকৈ পুতেৰ-বোৱাৰীয়েৰ আছে, জীয়েৰৰ নাতি-নাতিনীয়েৰে তোক পালে নেৰে, সৰু পুতেৰে বাহিৰত চাকৰি কৰে—

আটিছে! মাজুক ঘৰ লগাই দিলোঁ, সেইজনী আহি তাইহে ঘৰৰ গিৰিহঁতনী হবলৈ লাগিল। মই হাড়ডাল পেলাবলৈকো বাট চাব নোৱাৰিলে। বেলেগে চকু জোৰে! পেটৰ ছোৱালীৰজুৰীয়া তাই—মোকহে শাসন কৰে! বৰ বৌয়েৰে কিমান বুজালে, নাই,



মদগৰ্বী বৰ। বেলেগে খাই এতিয়া পাইছে জুতিটো! বৰ বৌয়েৰৰ পিছে মনটো তেনে নহয় দেই! বৰ লখিমী ছোৱালী। মোক যে ইমান মান-সন্মান কৰে। জাৰকালি? তাই যে জাৰ-কালি মোক পুৱাতে উঠা দেখিলে চাহৰ বাতিটো দি নিজকে কোৱাদি কয়—মইনো কেলৈ আছোঁ? অলপ দেৰিকৈ উঠিলে হয়—এই শেঁতেতা জাৰখনত! কি পিথৱীখনৰ কামবোৰ পৰি আছে! মইনো বাৰু টিকাত ৰ'দ লৈ শুই আছিলোঁ কাহানি। এতিয়া আৰু শো বুলিলে শুব পাৰিনে? তায়োতো তেজ-মঙহৰে মানুহ। কিমান আজুৰিব অকলে অকলে। সৌটো নোমল, সিও চাকৰি কৰে। মাহেকে-পষেকে ঘৰলৈ আহে, টকা-পইচা দি খেতি-বাতিত সহায় কৰি দিছে, মাক-বাপেকৰ মনত আনন্দ। আৰু তই সোমালিগৈ পৰ্বতৰ কন্দৰত। অহাৰ নামটো নায়েই বা চিঠিকে দি থাকো—তাৰো নাম নাই। বিহু-সংক্ৰান্তিবোৰ মোলৈ বিহ যেন হয়। তহঁতেতো মাক-বাপেকৰ চিত নুবুজ। আইৰ চকু চল্‌চলীয়া হ'ল। মই একো কব নোৱাৰিলোঁ। মই নুবুজো, আয়েও নুবুজে।

নোমলে বিয়া পাতিলে নেকি? কথাৰ সুৰ সলাবলৈ মই সুধিলোঁ।

পাতিব এইবাৰ। এই—এটা কথা অ'—

কি?

আইধানে কৈছিল—তাই বোলে, জানো সিবেলি মই যাওঁতেই কৈছিল, তিনি মাহমানেই হ'ল—

কি? মই আহিলে যাবলৈ?

তোকতো মাতিছেই—হেৰি, তাই তোলৈ ছোৱালী এজনী—ভাল ছোৱালী হেনো, চাইছে—তাইৰো বৰ হেপাহ তোৰ—বিয়া—মানে গাঁৱৰ লৰাবোৰে বিয়া পতা দেখিছে নহয়, তাইৰো বেয়া লাগিছে আৰু—তোলৈ—

আয়ে কথাখিনি পোনপটীয়াকৈ কব নোৱাৰিলে। সানি-পুতকি কবলগীয়াখিনি কোনোমতে কৈ হঠাতে সুধিলে—

তাত মাছ-গাখীৰ পায়নে?

পায়। আমি গাখীৰ খাওঁ।

সেৰে কিমান?

ভাল গাখীৰৰ সেৰে চাৰি অনা। অনুমানতে মই কৈ পেলালোঁ। আচলতে সেইবোৰৰ লগত আমাৰ সম্বন্ধই নাই। এটকামান বুলি কলে হয়তো আয়ে কব—গাখীৰ খোৱা নহয় পইচা খোৱাহে।

থ থ হেৰ, আমাৰ ইয়াতে মৈমনছিঙীয়াই সেৰে টকা বাৰ অনাকৈ লয়। সেইবোৰ পাহাৰী ঠাইত সকলো বস্তুৰে মহঙাহে। সেই হেৰি—আমাৰ হেৰিয়াৰ পুতেক অ', কি নামটো আছিল তাৰ— ৰমেশ, অঁ ৰমেশ আহিছিল নহয়, সিও আছেগৈ সৌ পাহাৰী দেশত। কি জানো ঠাইখন আছিল! তিনি দিন বোলে খোজকে কাঢ়ি যাব লাগে। পাহাৰৰ ওখোৰা-মোখোৰা বাট, ঠেটুৱৈ ফটা জাৰ। সি কৈছে নহয়, তাত এক্‌কো বস্তু পাবলৈ নাই বৰমা, খোৱা-লোৱাৰে বৰ কষ্ট। পিছে ঠাণ্ডা ঠাই নহয়, তাৰ স্বাস্থ্যটো বৰ মৰম লগা হৈছে।

মোৰ নো কি বেয়া দেখিছ?

থ থ ডাঙৰ হৈছ মানে চেপেটাহে লাগিছ দেখোন।

আচল কথাৰপৰা যে আই আঁতৰি আহি পুনৰ উভতি যাব মই ঠিক ধৰিছিলোঁ। এইবাৰ পোনপটীয়াকৈ প্ৰশ্ন কৰিলে,—আইধনক পিচে কি কৰ?

কম বাৰু কিবা এটা। ইমান ততাতৈয়ানো কিহৰ?

বৰ বৌয়েৰেও কৈ আছে—তাইৰো বৰ হেপাহ তোৰ বিয়াখন পতাৰ। আইধন আৰু তাই লগ হলে যে অইন কথা নাই 'আৰু— তোৰ বিয়াৰেনো কিমান কি আলোচনা কি ভঙা-পতা নকৰে ঐ!

তোক গৰম চাদৰ এখন লাগিব নেকি?



এ, সিবাৰ দিয়াখনেই আছে। তাইকে দিবি দিয় যদি এখন। আমাৰনো পিন্ধা-উৰাৰ কি! সিহঁতেই অলপ ভালকৈ থক! সৰুজনীকো দিয় যদি দিবি এখন। আয়ে বৰ কোমল সুৰত কথাবোৰ কৈ কৈ মোৰ মূৰত হাত বুলাই দি আছে। মোৰ টোপনি আহিব খুজিছে। মই মৰমতে আইৰ হাতখন চুব খুজিছোঁ, পৰা নাই— হাতখন আগবঢ়াই নিব খুজিছোঁ, পৰা নাই—

ফায়াৰ—ৰ্।

উচপ খাই উঠিলোঁ। টোপনি আহিছিল। বন্ধা হাত দুখন বুকুৰ ওপৰতে পৰি আছে। কোনোবা এজনে টোপনিতে চিঞৰি দিছে। সি বোধহয় কিবা সপোন দেখি উত্তেজিত হৈ উঠি বহিছে।

টোপনিতে বাগৰ সলাই দিয়াত মোৰ লগত বান্ধ খাই থকা হখেন বৰা মোৰপৰা আঁতৰি গৈছে। মই তাৰপিনে চাপি গলোঁ। হাতৰ গাথি দুটা বিষাইছে। নাৰিকলৰ ৰচীৰ দাগ বোধহয় হাতত বহি গৈছে। খজুৱা যেন লাগে, কিন্তু খজুৱাবৰ উপায় নাই।

টৰ্চৰ পোহৰৰ মাজত ৰবীন আৰু নবীন সোমাই আহিছে ধীৰে ধীৰে। দুয়োৰে হাত আগৰ দৰেই বন্ধা। যিদৰে গৈছিল—সেই পোছাকতে কয়েদী সোমোৱাদি সোমাই আহিছে।

লগত অহা হ'মগাৰ্ডে আমাৰ মুখত পোহৰ পেলাই গণি চালে। তাৰ পিছত কলে—চুপ থাকিব দেই। হাল্লা নাই।

নাচিবলৈহে আছে। কোনোবা এজনে বিৰ্‌বিৰালে।

কি কৈছে?

টাইম্‌টু কিমান হৈছে চাহাব? মই সুধিলোঁ। সিও মোলায়েম সুৰত কলে—কোৱাৰ্টাৰ পাচ ফ'ৰ।

অ-কে' ! দুৱাৰ মুখৰপৰা সি চিঞৰিলে।

তোমালোকক কলৈ নিছিল? জমাদাৰে উদগ্ৰীৱ হৈ সুধিলে।

কিবা অনিষ্ট কৰিছে নেকি কুত্তাৰ বাচ্চাহঁতে। তৰুণৰ প্ৰশ্ন।

ইয়াৰপৰা আমাক অলপ দূৰৰ ঘৰ এটা পোৱালেগৈ। তাত এজন অফিচাৰ বহি আছে। সন্মুখত কিছুমান ইউনিফৰ্ম। আমাৰ-বোৰো তাতেই আছে দেখিলোঁ।

ঘড়ীবোৰো আছে নেকি অ'? তৰুণে গোঁহাইক সুধিলে।

নাই। ইউনিফৰ্মবোৰহে আছে।

তাৰ পিছত?

গোঁহায়ে কৈ গ'ল—আমাৰ ইউনিফৰ্ম দুটা বিচাৰি উলিয়াই পিন্ধিব দিলে। দুজোৰ গাম বুটো উলিয়াই দিলে।

আমাৰ পিন্ধা হলত অফিচাৰজনে সুধিলে—ৰাম খাব?

আমি নাখাওঁ বুলি কলোঁ।

তাৰ পিছত অফিচাৰজনে সুধিলে—তোমালোকৰ আউট পোষ্ট কিলোমীত আছে নহয়?

আছে বুলি কলোঁ।

তাতে—কিলোমী অ' পিৰ ইনচাৰ্জক এই চিঠিখন দিব লাগে। তোমালোকৰ লগত আমাৰ হ'মগাৰ্ড এছক'ৰ্ট যাব। আমাৰ হ'মগাৰ্ডে চিঠিখন দিয়াৰ অসুবিধা; কিন্তু জৰুৰী চিঠি।

আমি দুয়ো ওলাই আহিব খোজোতেই পুনৰ অফিচাৰজনে কলে, শুনা, চিঠিখন দি ৰাতিতে এইখিনি পাবহি লাগিব।

মূৰ দুপিয়ালোঁ।

এক ডজন সশস্ত্ৰ নগা হ'মগাৰ্ড। দুটা সৰু টৰ্চ। অৰণ্যৰ মাজৰ লুংলুঙীয়া পথ। আগে আগে যোৱা কিজনৰ ভৰিৰ শব্দ শুনি শুনি অনুমানতে আগবাঢ়িছোঁ। একো নমনি। একো নেদেখি। উত্তৰ নে দক্ষিণ, পূব নে পশ্চিম অনুমান কৰিব নোৱাৰি। মাথোন অনুমান কৰিব পাৰি যে বিৰাট অৰণ্য এখনৰ মাজেদি আমি গৈ আছোঁ। কথা পতা নিষেধ। কোনো শব্দ কৰা নিষেধ। টৰ্চৰ পোহৰ একেবাৰে পেলাই আগবাঢ়ি যোৱা নিষেধ।



ইয়াত পৰা আমি নাযাম। কিলোমী আউট পচ্ আৰু এক ফাৰ্লং মান আছে। এজোপা গছৰ তলত সিহঁত ৰৈ দিলে। কৰিব দিয়া কামৰ অন্তত আমি সেই গছ জোপাৰ তলত হাজিৰ হবহি লাগিব। সিহঁত লুকাই থাকিব। টৰ্চটো তিনিবাৰ গছৰ ওপৰলৈ মাৰিম। অলপ সময় বাট চাম। সিহঁত ওলাই আহিব। আকৌ উভতি যাম। এইটোৱেই হ'ল ব্যৱস্থা।

ভয় আৰু উত্তেজনাৰে আমি দুয়ো আউট পোষ্টৰ পিনে আগবাঢ়িলোঁ। মই কিলোমীত থাকি যোৱা বাবে এন্ধাৰতো এটা অনুমান কৰি আগে আগে গৈ আছোঁ। মই টৰ্চটো ঘনাই জ্বলাইছোঁ। চেন্ট্ৰিৰ চকুত পৰে যদি পৰক। আমাৰে সুবিধা হব তেতিয়া।

এটা কথা।

কি?

ইয়াৰেপৰা কোহিমালৈ এটা মেচেজ দিয়াব লাগিব।

ওঁ।

মনত ৰাখিবি কথাটো।

নবীনে টৰ্চটো মাৰি মাৰি চালে। আউট পোষ্ট সেইখিনিতে আছিল। এতিয়া নাই।

নহয় বা?

নহবলৈ নাই।

পোষ্ট উইড্ৰ কৰিলে নোক?

সেইটোৱেই হব।

ইহঁতে এইটো খবৰ নাপালে নে?

বোধহয় আজি বা কালিৰ ভিতৰতে উঠি গৈছে।

চিঠিখন ঘূৰাই দি সকলোখিনি কলোঁহি। সি মূৰ দুপিয়ালে। যেন সেইটোৱেই হব বুলি আগতেই সি জানিছিল।

চিঠিখনৰ ওপৰত কিবা এটা মন্তব্য লিখি অফিচাৰজনে হ'মগাৰ্ড-

জনলৈ চালে। সি আগবাঢ়ি আহি আমাক 'হউনিফৰ্ম খুলিবলৈ নিৰ্দেশ দিলে।

সেই অফিচটোলৈ আমি কেনি গলোঁ আৰু কেনি ওলাই আহিলোঁ মই কিন্তু তৰ্কিব নোৱাৰিলোঁ।

ময়ো নোৱাৰিলোঁ। মেচে কলে।

দুৱাৰখন মেল খালেই বিৰক্ত হওঁ। এজনৰ পিছত আন এজন সোমায়হি। এবাৰ আহিব পিচ অফিচাৰ, এবাৰ আহিব কমাণ্ডাৰ ইন্চীফ, এবাৰ আহিব ব্ৰিগেডিয়াৰ, আনবাৰ হ'মগাৰ্ড। কিনো চায়, কিবা গণনা কৰে সিহঁতেহে জানে।

পেৰেড্ কৰাৰ শব্দ শুনিছোঁ। বাহিৰৰ পথাৰখনত। শুকান আৰু শিলাময় পথাৰখন। বন-চন একো নগজে। ইহঁতৰ পেৰেড্ গ্ৰাউণ্ড হব পাৰে।

লে-প্—ৰাইত্—। সিহঁতৰ ইন্সট্ৰাক্টৰে কমাণ্ড দিছে। বোধ হয় নতুন ৰিক্ৰুইট্। থিকমতে পেৰেড কৰিব পৰা নাই। থপক্ থপক্কৈ ভৰি পৰাৰ শব্দ হৈছে। ঘনাই কমাণ্ড্ সলাইছে। হয়তো ভৰি মিলা নাই, নাইবা হাতেই মিলা নাই।

ইন্সট্ৰাকটৰে চিঞৰিছে—লেপ্ লেপ্ লেপ্ ৰাইত্।

হেড্কোৱাৰ্টাৰত পেৰেড্ হৈছিল। পোন্ধৰ আগষ্টৰ চেৰেমনিয়েল পেৰেডৰ আখৰা। ৰাইফল পেৰেড্। চুবেদাৰ মেজৰে কমাণ্ড দিছে।

এচ. এমৰ কমাণ্ডবোৰ ভালদৰে উচ্চাৰণ নহয় বাবে কেতিয়াবা জোৱানসকলে মুখ লুকুৱাই হাঁহে। বেৰেকত এচ. এমৰ কমাণ্ড দেখুৱাই কোনোজনে কেতিয়াবা বেচ জমায়। এটাইতকৈ হাঁহি উঠা শব্দটো হ'ল পেৰেড্। তেওঁ উশাহ টানি গহীন ভঙ্গীৰে যেতিয়া পেৰেড্! বুলি শাৰী পাতি থকা জোৱানহঁতৰ উদ্দেশ্যে হুঙ্কাৰি উঠে,



তেতিয়া তেওঁৰ মুখত সেই শব্দটোৱে ৰূপ লয়—পেৰেত্! এবাৰ খুক কৰে হাঁহিছিল ভুবন সন্দিকৈয়ে। এচ. এম. চাহাব জ্বলি উঠিল। সিও লুকুৱাব নোৱাৰিলে কথাটো। হাঁহি উঠা বুলি সৈ কাঢ়িলে। এবেলা কোৱাৰ্টাৰ গাৰ্ড খালে।

অৰ্ডাৰ্ আৰ্ম্! এচ. এমে হুকুম দিলে। কান্ধৰ ৰাইফল নমাই আনিবলৈ। থিকেই আছিল সকলোবোৰ। হঠাতে থক্ কৈ শব্দ এটা হ'ল।

ৰাইফল নমাই অনাৰ প্ৰথম পৰ্যায়ত তেনেকুৱা শব্দ এটা হয়; কিন্তু তেতিয়া কান্ধৰ ৰাইফলে শৰীৰৰ সমান্তৰাল হৈ মাটিৰপৰা এক ইঞ্চি ওপৰত থিয় দিছে। দেখা গ'ল নন্দীৰাম কোচৰ ৰাইফল হাতৰ-পৰা মাটিত পৰি গৈছে।

ডবল্ আপ্। চুবেদাৰ মেজৰে চিঞৰি দি সস্তীয়া চিগাৰেটে বুকুৰপৰা উলিয়াই আনিব খোজা কুহকুহীয়া কাঁহটো সেপ ঢুকি গিলিলে।

ৰাইফলটো পথালিকৈ মূৰৰ ওপৰত দুয়ো হাতেৰে ধৰি নন্দীৰামে পেৰেড্ গ্ৰাউণ্ডৰ ইমূৰৰপৰা সিমূৰলৈ দৌৰি শাস্তি গ্ৰহণ কৰিব ধৰিছে। উভতি আহোতে তাৰ খোজবোৰ ঢিলা হৈ আহিছে।

ডবল্ আপ্! এচ. এমে চিঞৰিলে! নন্দীৰামে লেকেচিয়াই লেকেচিয়াই দৌৰিছে। এসময়ত সি আহি লাইনৰপৰা অলপ আগত থিয় দি এচ. এমৰ মুখামুখি হৈ এটা বকনি খালে আৰু হুকুম মতে আগৰ ঠাইত থিয় দি ফোপাবলৈ ধৰিলেহি।

তেনেকুৱা কথা নতুন নহয়। কিমান তেনেকুৱা ঘটনা হৈ থাকে পেৰেডত, বেৰেকত, অফিচত বা পেট্ৰল ডিউটিত! কিন্তু সেই ঘটনাটোৱে জন্ম দিলে এটা নামৰ। ভুবনে বেৰেকলৈ আহি নন্দীৰামে ডবল আপ কৰাৰ ভঙ্গী দেখুৱাই পোনতে উপস্থিত সকলোকে হহুৱাই তাৰ নাম দিলে লেকেছ।

বৰিক পাউদাৰেৰে বুটে কটা গোৰোৱাটো সেঁক দি সি খণ্ডতে ভোৰ ভোৰাইছিল ভুবনক। পিছে শেষলৈ নন্দী লেকেছ বুলিলে নন্দীৰামে খং নকৰা হ'ল। গোবোৱাৰ ঘা শুকাল কিন্তু তাৰ নামটো থাকি গ'ল।

কোৱাৰ্টাৰ গাৰ্ড বুলিলে মনত পৰে বাবুল দাসলৈ। থাৰ্ড অসম ৰাইফলছৰ জোৱান বাবুল দাস। মাহেকত সাদিন সি কোৱাৰ্টাৰ গাৰ্ডত এঘণ্টাকৈ হলেও সোমাবই। কিন্তু বাবুল দাসৰ সেইবোৰলৈ ভ্ৰুক্ষেপ নাই। প্ৰমোছনৰ অৰ্ডাৰ, কোৱাৰ্টাৰ গাৰ্ডৰ হুকুম, এটাই-বোৰেই তাৰ মানত একে। আমাৰ তৰুণ গগৈৰ ভাষাত ধ্ৰুবন্ধৰৰ একচেচ্। সুন্দৰ চেহেৰাৰ সদায় হাঁহিমুৱা বাবুল থিত লাগি থাকিব নোৱাৰে ক'তো। এচ. এম.ৰ প্ৰব্লেম চাইল্ড্ বাবুল। হৈ হুলস্থুল, ডিছিপ্লিন ব্ৰেক, লগৰীয়া কাৰবাক ধেমালিতে দুখ পোৱাকৈ মৰিওৱা আদিৰ অভিযোগ সদায় এটা নহয় এটা থাকেই তাৰ বিৰুদ্ধে। এবাৰ সি সন্ত্ৰাসৰ সৃষ্টি কৰিছিল—চুইচ্ টিপিলে দীঘল হৈ ওলোৱা স্প্ৰিং ৰড্ এডাল মগাই আনি। বেৰেকত কাৰবাক পৰীক্ষা কৰি দেখুৱাওঁতে হেনো কপালতে লাগিল এদিন। হুকুম হ'ল কোৱাৰ্টাৰ গাৰ্ডৰ। সাদিনৰ এদিন থাকিয়ে পিছ দিনা চিক্‌মানি ৰিপৰ্ট কৰিলে—পেট দুখাইছে। চিক্‌মেন হৈ চিভিল হস্পিটেলৰ অসম ৰাইফল্‌ছ ৱাৰ্ড পালেগৈ। তাতো বিছনাত নাথাকে। দৰৱতো নাখায়েই। কেপ্তেইন ডাক্তৰ ৰাউণ্ডত যোৱাৰ সময়কণ বিছনাতে পেট পেলাই শুই থাকে মাথোন। নাৰ্ছে হাঁহে। ডাক্তৰে হাঁহে। বাবুলৰ ভদ্ৰ-ব্যৱহাৰ আৰু ফুচুৰি কথাৰ বাবে কিন্তু কোনেও একো কমপ্লেইন নকৰে। হস্পিটেলত থাকি আমনি লাগিলেহে সি আৰোগ্য হয়। দুদিন পিছতে হয়তো আকৌ কোৱাৰ্টাৰ গাৰ্ড। সিও নিৰ্ব্বিকাৰ। মুখত হাঁহিটো লাগি আছেই। বাটে-পথে যাকে লগ পায় মাতে। কাঞ্চীৰ দোকানত ফুচুৰি কথা পাতি পান খায়। হাঁহে। ইঁহুৱায়।



কি হৈছে অ' হাঁহিবলৈ?

প্লেটুন কমাণ্ডাৰ কোন হয়?

পিচ অফিচাৰ সোমাই আহিল। কলা পেণ্ট আৰু বগা কামিজ পিন্ধা পিচ্ অফিচাৰে হাতত লৈ অহা ডায়েৰীটোৰ নিচিনা বহীখনৰ বুকুৰপৰা কাগজ এখন উলিয়াই আমালৈ চাই প্ৰশ্ন কৰিলে—

বেৰত আউজি থকাৰপৰা পোন হবলৈ চেষ্টা কৰি জমাদাৰে কলে—মই হয়।

নিৰ্দেশমতে হ'মগাৰ্ডজনে জমাদাৰৰ হাতৰ বান্ধটো খুলি দিলে।

ইপিনে আহক।

জমাদাৰ পিচ অফিচাৰৰ ওচৰলৈ গ'ল।

আমি এটায়ে শোৱা বা বেৰত আউজি থকাৰপৰা পোন হৈ বহি নতুন ঘটনাটোৰ স্বৰূপ কি পিচ অফিচাৰৰ মুখলৈ চাই ভাবিবলৈ ধৰিলোঁ।

হাতৰ কাগজখনৰ ভাজ খুলি পিচ অফিচাৰে পোনতে এবাৰ চকু ফুৰাই জমাদাৰৰ হাতত দি কলে—আপুনি পঢ়ি চাই বাকীবোৰক বুজাই দিয়ক।

আমি উত্তেজিত হৈ পৰিলোঁ—কি হুকুম আনিছে পিচ অফিচাৰে, যে আমিও বুজিব লাগে! জমাদাৰে দেখোন পঢ়া নাই যেন দেখি।

পঢ়িব পৰা নাই? ইংলিচ হয়? পিচ অফিচাৰে সুধিলে।

মোৰ চকু আপোনালোকে লৈ গৈছে।

কে নে কা?

চচ্‌মা নহলে—

অ' আই চি, আচ্ছা, ওঁ—ওঁ, আপুনি পাৰিব হবলা?

চেষ্টা কৰি চাব পাৰোঁ।

মই আগবাঢ়ি গলোঁ। ইংৰাজী আৰু নগাত সুন্দৰকৈ টাইপ কৰা অৰ্ডাৰটোৰ ইংৰাজী অংশ পঢ়িলোঁ। অৰ্থটো ভাঙি দিলোঁ—

"ইণ্ডিয়ান চিপাহী আৰু ফ্রি নাগালেণ্ড হ'মগাৰ্ডৰ মাজত ফ্রি নাগালেণ্ড এলেকাৰ চাতাখাত হোৱা সজ্ঘৰ্ষৰ ফলত ভাৰতীয় দল বন্দী হয়। ফ্রি নাগালেণ্ডৰ আৰ্মি হেড্‌কোৱাৰ্টাৰত আইনমতে বিচাৰ কৰি আঢ়ৈ দিন বিনাশ্ৰম কাৰাদণ্ড বিহা হয়।

"চিপাহী মেজাংখুলৰ নগা হ'মগাৰ্ড নিট'হি চেমাৰ হত্যাৰ অভিযোগত শিৰচ্ছেদ কৰা হয়।

"স্বাধীন নাগালেণ্ডৰ শান্তিকামী দয়ালু চৰকাৰে এই বন্দীদলক বিনাসৰ্তে মুক্তি দি ইণ্ডিয়ালৈ উভতি যাবলৈ নিৰ্দেশ দিয়ে।

তেওঁলোক উভতি যাওঁতে বাটতে যাতে কোনো বিপৰ্যয়ৰ সন্মুখীন হবলগীয়া নহয়, অৰ্থাৎ ফ্রি নাগালেণ্ডৰ বিভিন্ন ঠাইত হ'মগাৰ্ডেৰে ভেটাভেটি হলেও যাতে কোনো অপ্ৰীতিকৰ ঘটনা একো নঘটে তাৰ বাবে—

(১) হেড্‌কোৱাৰ্টাৰৰপৰা পোন্ধৰজনীয়া হ'মগাৰ্ডৰ দল এটাই মুক্তি পোৱা চিপাহী কেইজনক এচৰ্কট কৰিব। হ'মগাৰ্ড ট্ৰুপটো কিলোমী বস্তী পৰ্যন্ত এই দায়িত্বত থাকিব।

(২) নিৰ্ধাৰিত সীমা পাৰ হোৱাৰ আগতে যদি ক'ৰবাত ৰাতি থাকিবলগীয়া হয় তেতিয়াহলে সেই অঞ্চলৰ গাঁওবুঢ়া আৰু দোভাষীয়ে সকলোকে খোৱা-থকাৰ ব্যৱস্থা সিহঁতৰ খৰচত কৰি দিব।

(৩) হুকুমৰ নকল হ'মগাৰ্ডৰ বিষয়াজনক দিয়া হ'ল। তেওঁ কিলোমী বস্তীৰ গাঁওবুঢ়া আৰু দোভাষীক লগ ধৰি ইণ্ডিয়ান দলটো চমজাই দিব আৰু প্ৰয়োজন হলে এই হুকুমৰ নকল দাখিল কৰিব।

(৪) হুকুমৰ নকল মুক্তি পোৱা অসম পুলিচ বেটেলিয়ন দলৰ প্লেটুন কমাণ্ডাৰকো দিয়া হ'ল।

হ'মগাৰ্ডজনৰ হাতত থকা পিয়ন বুকটোত জমাদাৰে আন্দাজতে চহী কৰিলে। পিচ অফিচাৰৰ হাতত কাগজখন দি মই আগৰ ঠাইলৈ আহিলোঁ।



মুক্তি পোৱাৰ আনন্দত বিষাদো আছে। বন্দী হৈ নগাৰ হেড্‌ কোৱাৰ্টাৰত কাৰাবাস খাটি পোৱা অপমান আৰু নিষ্ঠুৰ ব্যৱহাৰৰ স্মৃতি লৈ আমি হেড্‌কোৱাৰ্টাৰলৈ যাবলৈ ওলাইছোঁ।

নাউ লিছন্—! পিচ অফিচাৰে কি কব খুজিছে জানো! আমি মুখলৈ চাই ৰলোঁ। ইতিমধ্যে নিৰ্দেশ অনুযায়ী হ'মগাৰ্ডজনে হাতৰ বান্ধবোৰ খুলি দিলে। কাৰো হুকুম নোপোৱাকৈয়ে আমি শাৰী পাতি থিয় দিলোঁ।

আপোনালোকক চাহ দিয়া হব। পিচ অফিচাৰে ওচৰতে থিয়দি থকা হ'মগাৰ্ডজনলৈ চাই কিবা এটা ইঙ্গিত দিলে। থেঙ্ক্ ইউ চাহাব! চাহ আমাক নালাগে। জমাদাৰে কলে।

কেলেই? বেয়া পাইছে? কি নিমিত্তে?

নাই, একো বেয়া পোৱা নাই কিন্তু খাবলৈ মন নাই বাবেহে—

ওহোঁ, যাবৰ সময়ত খং কৰিবলৈ নাপায়। মন চাফা কৰি যাব লাগে। আমি আৰু আপুনিবিলাক—চব্ একে মানুহ। আমাৰ ৰাইট্—অদিকাৰ না? অদিকাৰটু সকলোৰে সমান হয়। আমাৰ কিবা মন মিলা নাই, চেপাৰেট হবলৈ মন কৰিছো; কিন্তু সিটো হলেভী ফ্ৰেইণ্ডশ্বিপ—ইটুৰ শেষ নহয়। আমি ফ্রি হলেভী আপুনিবিলাকক অনিয়ায় কৰিবলৈ নাই। কিন্তু আমাৰ এগেইনষ্টে কাম কৰিলে মানে চাজাই দিবই লাগিব।

কিন্তু এতিয়াও নাগা হিল্‌ছ্ ইণ্ডিয়ান টেৰিটৰি—

অস্‌স, আমি বুজিছো। কিন্তু বাই ফৰ্ছ তেনেকৈ ৰাখিব নোৱাৰে।

একে লগে থকাহে ভাল হয়।

মন মিলিলে ভাল হয়। কিন্তু মন ভাঙিলে লাভ নাই। মনটোহে ডাঙৰ কথা হয়। আচ্ছা, আপুনিবিলাক যাব। আমি আমাৰ নিয়ম—ৰুল মানি কৰিছো। বেয়া নাপাব। কেতিয়াবা

কতবাত আকৌ দেখা হব। হয়তো ইনিমি নিচিনা নহয়। জঙ্গলত ৰাইফল লৈ পজিশ্যন লোৱা নিচিনাকৈ নহয়। উইথ স্মাইলিং ফেচ এণ্ড হেল্পিং হেণ্ড—।

হেল্পিং হেণ্ড কেনেকৈ হব ?

হয়তো কেনেবাকে হব। হয়তো নহব। আমি ফ্ৰেইণ্ড বুলি ভবা বিলাক হয়তো আমাক ইনিমি ভাবিব। তেতিয়া ক'ত হব আৰু। অৱশ্যে হয়, মানুহ মিলামিলি থকাহে ভাল। কিন্তু—

মেজৰ এজন সোমাই আহিল। দুয়ো কিবা কথা পাতিলে। মেজৰে গন্তি কৰি কাগজত থকা সংখ্যাৰে মিলাই চাই আকৌ আমালৈ চালে।

বৰকাহত বাৰটাৰ কোব পৰিল।

বাহিৰত ইন্সট্ৰাক্টৰে পেৰেড কমাণ্ড দিলে—

ডি-চ্-মি-চ্ ছ্!